# গুপ্তমণি।

মহাপুৰুষ।

৺ মাধৱদেৱ ৰচিত।

প্ৰকাশক।

এজেন্সি কোম্পানী।

পোঃ আঃ ৰিহাবাৰি আসাম।

পুনৰ্মুদ্ৰণ।

আসাম [illegible]

[illegible] চক্ৰৱৰ্ত্তীৰ দ্বাৰা ছাপা হ'ল।

মূল্য ।৶০ অনা

# গুপ্তমণি ।

—:০০:—

শ্রীশ্রীকৃষ্ণায় নমোনমঃ ।




## পদ ।

জয় জগন্নাথ নাৰায়ণ আদি দেৱ ।
ব্ৰহ্মা মহেশ্বৰে যাৰ পদে কৰে সেৱ ॥ ১
কৃষ্ণৰূপে দৈৱকীত ভৈলা অৱতাৰ ।
হেনয় কৃষ্ণক মোৰ কোটী নমস্কাৰ ॥ ২
নমো জগন্নাথ প্ৰভু দৈৱকী কুমাৰ ।
যাৰ নাম লৈলে তাৰ সংসাৰৰ পাৰ ॥ ৩
মই অজ্ঞানিক কৃপা কৰা কৃপাময় ।
হেন কৃষ্ণ চৰণে ৰচিবোঁ পদচয় ॥ ৪
ঈশ্বৰ কৃষ্ণ পদে কৰো নমস্কাৰ ।
অধমৰ দোষ প্ৰভু ক্ষমিও ইবাৰ ॥ ৫
তোমাৰ দাসৰ দাস বুলি মোক ধৰা ।
গুপ্তমণি শাস্ত্ৰত সঞ্চাত সবে কৰা ॥ ৬
কৃষ্ণৰ চৰণে মোৰ কোটী নমস্কাৰ ।
সংসাৰ সাগৰ তৰে কৃপাত যাহাৰ ॥ ৭
হৌক পদ গুৰু পাৱ প্ৰসাদে প্ৰচাৰ ।
গুৰু পৰম ব্ৰহ্মক প্ৰণামো বাৰে বাৰ ॥ ৮
যদি অৰ্থ নুবুজা তথাপি আছে কাম ।
যেন তেন মতে মাত্ৰ হৌক কৃষ্ণনাম ॥ ৯

সমস্ত বেদৰ অৰ্থ বিচাৰিয়া আনি।
এক পদ কৰিয়া লেখিলো সাৰ জানি ॥ ১০
আন শাস্ত্ৰ সম নাই গুপুত মণিৰ।
তাৰ অৰ্থ যিতো জানে গুণে মহাধীৰ ॥ ১১
শ্ৰৱণে কীৰ্ত্তনে পাপ সমস্ত হৰয়।
পুণ্যৰ উদয় হয় পাপ হইবে ক্ষয় ॥ ১২
পঢ়ে বা শুনে বা যিতো বিচাৰে সৰ্ব্বথা।
তাৰ হিত চিন্তিবেক তাৰ কোন কথা ॥ ১৩
যিতো দেৱগণে দেহা ভৈল মনুষ্যৰ।
ভাগ ভাগ কৰি তাক শুনা বন্ধু নৰ ॥ ১৪
অধ উৰ্দ্ধে আবৰি আছয় যেন মতে।
বাহিৰে ভিতৰে ব্যাপি আছে শৰীৰতে ॥ ১৫
সম্পূৰ্ণ নিশ্চয় আছে ইতো নৰকায়।
চৌধ ভুৱনৰ কথা শৰীৰতে পায় ॥ ১৬
যেন মতে তেজ মাংস হাড় আছে দুই।
সিমতে ভৈলন্ত ইতো মনুষ্যৰ কায় ॥ ১৭
যিতো স্থানে আছে জীৱ আত্মাক ধৰি।
কৃষ্ণৰ চৰণে মনে থাকা সেৱা কৰি ॥ ১৮
যেন মতে সহস্ৰেক নাম ঈশ্বৰৰ।
বিন্দুৰূপে চৈতন্য আছয় নিৰন্তৰ ॥ ১৯
যেন মতে প্ৰকিতিক পাইলন্ত শঙ্কৰ।
প্ৰপঞ্চিয়া কহো তাক শুনা নিৰন্তৰ ॥ ২০
দেহাৰ বিচাৰ কথা যতেক আছয়।
গুপ্তমণি শাস্ত্ৰত বিচাৰি তাক কয় ॥ ২১

পৰমার্থ গুঢ় গ্রন্থ তত্ত্ব অর্থ চয় ।
ইহাক জানিলে প্রেম ভকতি মিলয় ॥ ২২
পুনৰপি কৃষ্ণ পদে নমস্কাৰ কৰি ।
উত্তম শ্লোকক মই প্রচাৰোঁ সাদৰি ॥ ২৩
ভকতক কৃপা কৰি প্রভু যদুৰাজ ।
অংশৰূপে বাক্য কৃষ্ণ কৰিলন্ত বাজ ॥ ২৪
অঙ্গৰূপ ভৈলা গুপ্তমণি শাস্ত্রখান ।
সুখে তবে থাক যিতো জনে কৰে পান ॥ ২৫
ভক্তক তাৰিবে হৰি উপায় চিন্তিলা ।
এতেকতে গুপ্তমণি শাস্ত্র খান ভৈলা ॥ ২৬
আছে হৰি সৰস্বতী সনে ৰঙ্গ কৰি ।
আছে পাৰিষদ গণ চতুৰ্দ্দিগে বেঢ়ি ॥ ২৭
নানাবাদ্য ভান্দ সবে বাজে ঠাই ঠাই ।
বিষ্ণু নগৰৰ কথা কহন নাযাই ॥ ২৮ ॥
সত্য গুচি দ্বাপৰ যুগ আসি ভৈলা ।
সন্তক দুর্জ্জনে পীড়া কৰিবাক লৈলা ॥ ২৯
দুখ পাই সন্তে কৃষ্ণ আৰাধে যতনে ।
ভক্তৰ কাৰণে ব্যক্ত ভৈলা নাৰায়ণে ॥ ৩০
একদিন কৃষ্ণ পাছে গুণিয়া মনত ।
মোৰ ভকতৰ দুখ দেই দুষ্ট যত ॥ ৩১
মই যদি যাওঁ ভক্তে পাৱয় নিস্তাৰ ।
নানা দুখ পাইলে ভক্ত হইবে অনাচাৰ ॥ ৩২
মোহোৰ ভকত আৰ নহৈবে কলিত ।
অকাৰ্য্যে কলিত নৰ হইবে দুষ্ট চিত্ত ॥ ৩৩

অনাচাৰ ভৈল লোক তৰ নপাইব।
নানা ধৰ্ম্ম কৰ্ম্ম কৰি অধোগতি যাইব ॥ ৩৪
তাৰ মই নাম ধৰ্ম্ম গুপ্ত কৰি থৈলো।
দেৱৰ পশিয়া গুপ্ত পূজা কৰি দিলো ॥ ৩৫
পূজা কৰি মোৰ ভক্ত হইবে পাপ ময়।
এই সাতে পাঞ্চে মোৰ যাইবাক লাগয় ॥ ৩৬
এই বুলি গৈলা কৃষ্ণ বসুদেৱ ঘৰে।
পূৰ্ণ ব্ৰহ্ম কৃষ্ণ দৈৱকীত অৱতাৰে ॥ ৩৭
নৰৰূপে মেদিনীৰ খণ্ডিলন্ত ভাৰ।
নিজগুণ নাম যশ কৰিল প্ৰচাৰ ॥ ৩৮
কলিত ভকতি বিনে নাপাইবে নিস্তাৰ।
মোৰ গুণ নাম লই তৰোক সংসাৰ ॥ ৩৯
শ্ৰদ্ধায়ে হেলায়ে কৰে নামক কীৰ্ত্তন।
সংসাৰ নিস্তাৰ পাই বৈকুণ্ঠ ভুবন ॥ ৪০
স্নান দান তপ জপ হোম যজ্ঞ ব্ৰত।
সবাৰো হইবেক পুণ্য নামৰ লগত ॥ ৪১
এতেকে নামক কৃষ্ণ শ্ৰেষ্ঠ কৰি থৈলা।
ভাৰতত ধৰ্ম্ম থাপি বৈকুণ্ঠক গৈলা ॥ ৪২
সকলে সম্পূৰ্ণ কৃষ্ণ ভৈলা অৱতাৰ।
এক এক পূৰ্ণ নাম কলিত প্ৰচাৰ ॥ ৪৩
নানাবিধ ৰূপ ধৰি ভক্তক ৰাখন্ত।
এতেকে ভক্তৰ বশ্য ভৈলা ভগৱন্ত ॥ ৪৪
দেখা কেনে কৃপাময় দয়ালু শ্ৰীহৰি।
আপোন সহস্ৰ নাম থৈল ব্যক্ত কৰি ॥ ৪৫

শুনা যেন ঈশ্বৰৰ নাম সহস্ৰেক।
যিতে শুনে পঢ়ে তাৰ সংহাৰে পাতক ॥ ৪৬
শ্ৰীকৃষ্ণ শঙ্কৰ সদাশিৱ সনাতন।
কেশৱ মাধৱ হৃষীকেশ জনাৰ্দ্দন ॥ ৪৭
গোবৰ্দ্ধন ধাৰী মধুসূদন ঈশ্বৰ।
বেণু বাদ্য বিশাৰদ দেৱ গদাধৰ ॥ ৪৮
যশোদা নন্দন নন্দ গোপৰ কুমাৰ।
কৃষ্ণ বিষ্ণু নাৰায়ণ পাতক সংহাৰ ॥ ৪৯
গদাধৰ পীতাম্বৰ আনন্দ মুৰাৰি।
বিশ্বম্ভৰ পদ্মনাভ ভৃত্য ভয়হাৰী ॥ ৫০
ভাস্কৰ পুণ্ডৰীকাক্ষ কমলাকান্ত হৰি।
অনিৰুদ্ধ সত্যসিদ্ধ বিভু সিদ্ধ ধাৰি ॥ ৫১
দৈৱকী নন্দন প্ৰভু নিকুঞ্জন ধন।
বৈকুণ্ঠ ৰঞ্জন নাথ পতিত পাৱন ॥ ৫২
কপত পাতিত পাৰিজাত অপহাৰী।
বিশ্ব শক্তি ৰামচন্দ্ৰ কাম দেৱধাৰী ॥ ৫৩
অচ্যুত অনন্ত অঘাসুৰ বিশ্বৰক।
কিৰীটি কুণ্ডল হৰি ত্ৰিপুৰ অন্তক ॥ ৫৪
শ্ৰীপতি পৰম আত্মা পুৰুষ উত্তম।
ত্ৰৈলোক্য বিক্ৰম দিন অন্তক বিক্ৰম ॥ ৫৫
ৰুক্মিনীৰ মান প্ৰাণেশ্বৰ বক্তা গুৰু।
সত্যভামা বলভদ্ৰ ভক্ত কল্পতৰু ॥ ৫৬
প্ৰেমেশ্বৰ পুৰুষাত্মা পুৰুষাত্মা হৰি।
ভগৱন্ত বসুদেৱ ঈশ্বৰ মুৰাৰি ॥ ৫৭

চিদানন্দ বাসুদেৱ দৈৱকী নন্দন ।
পূতনা জীৱন হাৰী বিৰিঞ্চি বদন ॥ ৫৮
গোপাল গোবিন্দ গোপীনাথ যদুমণি ।
পূর্ণানন্দ অর্দ্ধখোজ হৰ পদ্মপাণি ॥ ৫৯
জগন্নাথ পূণ্ডৰীকাক্ষ হৰ শ্রীচৈতন্য ।
পুৰুষ পৰম ব্রহ্ম দৈৱকী নন্দন ॥ ৬০
মধু ৰিপু মকুন্দ শ্রীমধূসূদন ।
জীৱৰ জীৱন যদু যাদৱ নন্দন ॥ ৬১
বিভূধন সঙ্কৰিক্ষ প্রভু নাৰায়ণ ।
নিৰাকাৰ নিৰাময় বিষ্ণু নিৰঞ্জন ॥ ৬২
গৰুড় কেতু সদানন্দ বাসু নৰোত্তম ।
বনমালী নিত্যানন্দ সৰ্ব্বানন্দ ব্রহ্ম ॥ ৬৩
অন্তর্য্যামী লক্ষ্মীকান্ত প্রভু যজ্ঞেশ্বৰ ।
যদুপতি মহেশ্বৰ দেৱ দামোদৰ ॥ ৬৪
যোগ বাস অধি যজ্ঞ হৃদয় নন্দন ।
পঙ্কজ ধাৰী দিন বন্ধু কমল লোচন ॥ ৬৫
বিশ্বনাথ হলধৰ পতিত পাৱন ।
অনন্ত অচ্যুত বিষ্ণু নন্দৰ নন্দন ॥ ৬৬
দীন দুখ হাৰী ভকতৰ প্রিয় কাৰি ।
অঘাসুৰ অৰি হ'ব পাৰিজাত হাৰী ॥ ৬৭
বিক্রম চক্রপাণি ৰাম হৰি আদি ।
দামোদৰ নমোহৰি বৈকুণ্ঠ অনাদি ॥ ৬৮
ভকত বৎসল নির্ব্বিকাৰ চিন্তামণি ।
ব্যাপক দয়াল দাতা শ্রীশাৰঙ্গপাণি ॥ ৬৯

মৎস্য কুর্ম্ম নৰসিংহ হলি পশু ৰাম।
বোধ কল্কি হংস যে খঞ্জ পৃথুৰাম॥ ৭০
চিদানন্দ সদানন্দ দৈৱকী নন্দন।
শ্ৰীচিদানন্দ হৰি পতিত পাৱন॥ ৭১
গোবিন্দ গৰুড় ধ্বজ অজয় যাদব।
মধু মধুৰিপু ৰাম কৃষ্ণ যে মাধৱ॥ ৭২
যোগধ্যানে শ্ৰীৰাম পদ বল ভক্তধ্বজ।
সাৰ ঘনশ্যাম চক্ৰপাণি চতুৰ্ভুজ॥ ৭৩
তনয় গঞ্জন নিৰাকাৰ নিৰঞ্জন।
হৃষীকেশ দৃষ্টক সঙ্কট ভঞ্জন॥ ৭৪
সৰ্ব্বদেৱ মধু মহা প্ৰিয় অন্তকাৰি।
শব্দ সভাসন বিষ্ণু ৰাসু নমকাৰি॥ ৭৫
সুৰ ব্ৰহ্ম বাসুদেৱ দেৱ বিশ্বম্ভৰ।
কালক মঙ্গল দেৱ দেৱ দামোদৰ॥ ৭৬
ভকত কমলাকান্ত কলুষ মোচন।
শ্ৰীবংস ভূষণ কৃষ্ণ কমল লোচন॥ ৭৭
পুৰাণ পুৰুষ পূৰ্ণ শ্ৰবণ কীৰ্ত্তন।
তুৰন্ত দয়ালু দেৱ পবিত্ৰ মঙ্গল॥ ৭৮
পাঞ্চ লাভ তৃষ্ণ বিষ্ণু প্ৰভু ভগৱন্ত।
কতেক কহিবো তান নাম অপৰ্য্যন্ত॥ ৭৯
এহি সহস্ৰেক নাম স্মৰে শুনে জপে।
তাৰ যত পাতক সংহাৰে হাৰ তাপে॥ ৮০
সহস্ৰেক নাম জপি পাৱে যত ফল।
এক কৃষ্ণ নাম জপি পাৱন্ত সফল॥ ৮১

কৃষ্ণনাম অহর্নিশে যিটো স্তুবে গাই।
সদায় মঙ্গল তাৰ অমঙ্গল নাই ॥ ৮২
ইহাকে জানিলে মহা ভকত মিলয়।
যেন কাষ্ঠ দিলে অগ্নি জ্বলিয়া উঠয় ॥ ৮৩
সুমায় নিজনি তেল অগনি জ্বলাই।
তাতে অনুকুল বায়ু কৃষ্ণহন্তে যাৰ ॥ ৮৪
শুনিয়োক সৰ্ব্বজন কথা কহোঁ আৰ।
জগততে সাৰাধিক ক্ষুদ্ৰ ব্ৰহ্মাণ্ডৰ ॥ ৮৫
সংহাৰক শঙ্কৰ বোলয় জগতক।
ক্ষুদ্ৰ ব্ৰহ্মাণ্ডৰ লেখ লোৱা হৃদয়ক ॥ ৮৬
সত্য কৰি কহোঁ সবে শুনা স্বৰূপত।
ব্ৰহ্মাণ্ডৰ গুণ মানে আছে শৰীৰত ॥ ৮৭
আছে সাত দ্বীপ সাগৰৰ চাৰি কাসে।
সাতখান সাগৰ সাতকো বেঢ়ি আছে ॥ ৮৮
জম্বু পুষ্কৰ কুশ শাক মনে মান
শাল্মলী ক্ৰৌঞ্চ পক্ষ দ্বীপ সাতখান ॥ ৮৯
লোন গুৰ সুৰা ঘৃত দধি নাম তাৰ।
দুগ্ধ জল সমে এই সাত যে সাগৰ ॥ ৯০
জল সাগৰৰ মাজে সিপাৰত আটী।
দুই-গুণ কাঞ্চন ভূমি আছে চতুৰ্ভিত্তি ॥ ৯১
পৰ্ব্বত বাহিৰে ঘৰ মহা অন্ধকাৰ!
নাহি তাত চন্দ্ৰ সূৰ্য্য প্ৰাণীৰ সঞ্চাৰ ॥ ৯২
মহা জ্যোতি সূৰ্য্যে তাত প্ৰকাশি আচন্ত।
আছোক মনুষ্য দেৱে নেদেখে শাস্ত্ৰত ॥ ৯৩

তাক বেঢ়ি আছে মহাজল বহুদূৰ।
তাহাৰ ভিতৰে আছে মহা কালপুৰ ॥ ৯৪
জলৰ চৌপাশে বেঢ়ি আছয় ব্ৰহ্মাণ্ড।
বহলে পঞ্চাশ কোটী পন্থ মহীখণ্ড ॥ ৯৫
তাৰ মাজে আছে ৰত্নমই গৃহ এক।
লগায়েছে ফটিকৰ স্তম্ভ হাজাৰেক ॥ ৯৬
গৃহৰ ভিতৰে আছে অনন্ত্য শয্যাত।
একৰূপে ঈশ্বৰ পুৰুষ আছে তাত ॥ ৯৭
অনাদি ঈশ্বৰ তাঙ্ক বোলে নিৰঞ্জন।
তাতে হৰি কৰে জানা জলত শয়ন ॥ ৯৮
তাঙ্ক বোলে জলশায় নাম নাৰায়ণ।
তান ঠাইৰ পৰা জ্ঞানি হোৱন্ত জ্ঞাপন ॥ ৯৯
অনন্ত থানৰ পৰা যোগী যে আসন্ত।
বিষ্ণুৰ স্থানৰ পৰা কৰ্ম্মী ব্যক্ত হন্ত ॥ ১০০
প্ৰকৃতিৰ পৰা জীৱ আসন্ত সংসাৰী।
পুৰুষৰ পৰা হয় ভক্ত অৱতৰী ॥ ১০১
এহি পঞ্চ স্থানে পাঞ্চ জীৱ উতপন।
কৰ্ম্মিয়ে বিষ্ণুৰ জ্ঞানী জলসাইত লীন ॥ ১০২
সংসাৰি প্ৰকৃতি যোগী হয় যে অনন্ত।
ভকত থাকন্ত যাই পুৰুষ থানত ॥ ১০৩
কুলে আসি ভৈলন্ত অনন্ত শয্যাখান।
কৃষ্ণৰ ভকত প্ৰেমানন্দ পূৰ্ণথান ॥ ১০৪
নাম পন্থত স্থান ভৈলন্ত সাক্ষাত।
ব্ৰহ্মায়ে বৈকুণ্ঠ ভৈলা কৃষ্ণ থাকে তাত ॥ ১০৫

যেন মন্তে কৃষ্ণক যি মত প্ৰকাশয় ।
এক কোটি সূৰ্য্যে যেন শৰীৰ জ্বলয় ॥ ১০৬
নীল উৎপল সমে পৰে পীতবস্ত্ৰ ।
আজানু লম্বিত শোভে হাতে চাৰি অস্ত্ৰ ॥ ১০৭
আগে ধ্বজ বজ্ৰ জ্বলে মধ্যত পঙ্কজ ।
পাচত অঙ্কুশ জ্বলে ৰূপে চতুৰ্ভুজ ॥ ১০৮
ধ্বজে অগ্নি জয়ে চন্দ্ৰে পথে বসুমতি ।
জ্ঞানে অঙ্কুশ ঘোলয় সুৰপতি ॥ ১০৯
পদৰজ উজতি ভৈলা দিক পালগণ ।
নেপুৰ স্বৰূপে লক্ষ্মী সেৱয় চৰণ ॥ ১১০
ভাগৱতে গঙ্গা যে ভাৱন্তে পদচয় ।
সাংক্ষ লোমে বেদাঙ্গ ভুষনে চক্ৰচয় ॥ ১১১
নক্ষত্ৰ সকলে আঙ্গুলি আঙ্গুলিত ।
পীতবস্ত্ৰ স্থানত ভৈলা দ্বাদশ আদিত্য ॥ ১১২
তাৰ নামত দ্বাৰজ কামুৎ তলি মেখলা ।
কিঙ্কিনী স্বৰূপে সেৱে দেৱৰাজ বালা ॥ ১১৩
তিনি গুণে তিনি ৰূপ আছন্ত প্ৰকশি ।
নৱ গুণে নাৰদ উত্তৰি একাদশী ॥ ১১৪
শঙ্কৰ পদধুলি ভৈলা শ্ৰীবৎস হিয়াত ।
পঞ্চবৰ্ণ মালা যে নিবাসী সাক্ষাত ॥ ১১৫
শুদ্ধ গুক দুই ৰেখা লক্ষ্মী সৰস্বতী ।
জজ্ঞায়ে কঙ্কন ভৈলা কেয়ুৰ সম্প্ৰতি ॥ ১১৬
অষ্ট বসু জলে গলে হাৰ পেচন্দাৰ ।
সত্ত্ব গুণে কৌস্তুভ মণি ভৈলা ঈশ্বৰৰ ॥ ১১৭

উৎপতিত সদায় যে মকৰ কুণ্ডল।
চক্ষু লতে মুকুতা কিৰীটি জলমল ॥ ১১৮
বৈজয়ন্তি মালা জ্বলে যেন মহাশয়।
মণি ৰূপ ধৰিয়া সিজ শিৰতে সেৱয় ॥ ১১৯
গজেন্দ্র ভৈলন্ত গজ মুকুতাৰ হাৰ।
সবাকো শ্রজিলা পাছে অনাদি ঈশ্বৰ ॥ ১২০
নাচিলন্ত এক আৰ ৰবিৰ কিৰণ।
নাহি দিন ৰাতি অগ্নি বায়ুৰ সন্ধান ॥ ১২১
মহা জ্যোতির্ম্ময় পুর্ণ আছে একজন।
চেতন কৰিয়া সৃষ্টি স্থিতি দিলামন ॥ ১২২
কতোদিন ভৈলা পাচে কল্পনা কৰিলা।
যত দিন ভৈলা মৌন কৰিয়া আছিলা ॥ ১২৩
অন্ধকাৰ ধুন্ধুকাৰ শূন্যকাৰ আৰ।
সমস্তে গুচিলা সৃষ্টি কৰিব ঈহাৰ ॥ ১২৪
যেন সমস্ত পাচে পৃথিবী জন্মিলা।
গুণৰ ঈশ্বৰ পাচে তাহাক্ক দেখিলা ॥ ১২৫
প্রকৃতিক শ্রজি হৰি আছে ৰঙ্গমনে।
মায়াৰ হাতত‍ে সৃষ্টি কৰো এতিক্ষণে ॥ ১২৬
এহি বুলি প্রকৃতিক মাতন্ত সাদৰে।
শুনিয়ো সুন্দৰী আলিঙ্গন দিয়ো মোৰে ॥ ১২৭
দিব্য বস্ত্রে অঙ্গে জীৱ শ্রজি নিৰঞ্জন।
বনৰসে ভুল মন জীৱৰ ভুষণ ॥ ১২৮
চেতনক পায়া দেবী আগতে ভ্রময়।
এহি তিনি গুণে মন প্রকৃতি বোলয় ॥ ১২৯

অনাদি আছন্ত জাত পুৰুষৰ স্থানে।
আদি লৈয়া কৃষ্ণ পাচে ফুৰিলা তেখনে ॥ ১৩০
পৰমাত্মাৰে আত্ম অনাদি তত্ব সাৰ ।
শক্তি লৈয়া কেলি কৰে অনাদি ঈশ্বৰ ॥ ১৩১
কত বেলি শক্তিৰস পৰিল শৰীৰতে।
নপৰিলা গৰ্ভে ৰৈলা উৰু ওপৰতে ॥১৩২
বাম হাতে তুলি লৈলা পাচে নিৰঞ্জন।
তিনি ধাৰে তিনি দেৱ ভৈলা উতপন ॥ ১৩৩
ব্ৰহ্মা বিষ্ণু ৰুদ্ৰ উপজিলা তিনি জন।
মায়া সঙ্গে হৰি পাচে আছে ৰঙ্গমন ॥ ১৩৪
প্ৰথমে জন্মিলা ব্ৰহ্মা বেদ নিৰমান।
দ্বিতীয়ে জন্মিলা বিষ্ণু পালন কাৰণ ॥ ১৩৫
তৃতীয়ে জন্মিলা হৰ সংহাৰ কাৰণে।
শঙ্খ কৰে জন্মাইলন্ত নাৰায়ণে ॥ ১৩৬
সবে সেৱক হৈয়া ৰহিব নিশ্চয়।
দেখিলন্ত আত্মা গুৰু শিষ্যত মিলয় ॥ ১৩৭
তিনি গুণে একতত্ত্ব জানি কৰ্ম্ম কৰে।
নিজ গুণে জানি তিনি তত্ত্বক আচৰে ॥ ১৩৮
একদিনা নাৰায়ণে মাতিয়া পঠাইলা ।
ব্ৰহ্মা বিষ্ণু হৰ তিনি জন চলি গৈলা ॥ ১৩৯
নমস্কাৰ কৰি তিনি বুলিলা বচন।
কিশক মাতিলা প্ৰভু কহিয়ো কাৰণ ॥ ১৪০
কি কৰ্ম্ম পাছন্ত প্ৰভু সাধো এতিক্ষণ।
সত্বৰে কহিয়ো প্ৰভু দেৱ নাৰায়ণ ॥ ১৪১

পাছে হৰি বুলিলন্ত ব্ৰহ্মাক বচন।
দিলো প্ৰকৃতিক নিয়া তোমাৰ ভবন ॥ ১৪২
ভাৰ্য্যা কৰি দিলো মঞি নিয়া প্ৰকৃতিক।
নকৰিবা হেলা মোৰ বচন খানিক ॥ ১৪৩
হেন শুনি ব্ৰহ্মা বোলে বিষ্ণু বিষ্ণু স্মৰি।
কিশক মোহোক বোলা প্ৰভু হেন কৰি ॥ ১৪৪
মাৱক কিমতে ভাৰ্য্যা কৰি নিবো ময়।
মাৱক সম্বৰি পাপ লাগিবে নিশ্চয় ॥ ১৪৫
শুনি নাৰায়ণে বাণী বুলিলা বিষ্ণুক।
দিলো মানিনীক নিয়া তোমাৰ গৃহক ॥ ১৪৬
মোৰ নিজ অঙ্গ তুমি বিষ্ণু বনমালী।
প্ৰকৃতিক লৈয়া যাস নিজ স্থানে চলি ॥ ১৪৭
হেন শুনি বিষ্ণু বোলে নমস্কাৰ কৰি।
নুবুলিবা হেন বাক্য প্ৰভু দেবহৰি ॥ ১৪৮
তুমি পিতৃ তানে মাতৃ আমি দাস প্ৰায়।
কি মতে মাতৃক ভাৰ্য্যা কৰি নিবো ময় ॥ ১৪৯
হেন শুনি আদি দেৱে বুলিলা ৰুদ্ৰক।
প্ৰকৃতিক লৈয়া যোৱা তোমাৰ গৃহক ॥ ১৫০
দিলোঁ নিয়া প্ৰিয় ভাৰ্য্যা কৰি মনসাক।
নকৰিবা আজ্ঞা ভঙ্গ মোহোৰ কথাক ॥ ১৫১
শুনিয়া মহেশে পাছে মনে মনে গুণে।
কি বুলিবো উপায় নেপাওঁ মোৰ মনে ॥ ১৫২
গুৰুৰ পিতৃৰ বাক্য লাগে পালিবাক।
যি জনে নাপালে বাক্য পৰিবে নৰক ॥ ১৫৩

এতেকে পিতৃৰ বাক্য লাগে পালিবাক।
নামানিলে কথা হইবে নৰকে যাইবাক ॥ ১৫৪
প্ৰকৃতিক দিলে নিবো মোহোৰ মন্দিৰ।
এহি বুলি হৰে কৰিলন্ত মন স্থিৰ ॥১৫৫॥
নমস্কাৰ কৰিয়া আছন্ত ত্ৰিপুৰাৰি।
শুনি লোকে হাসিবন্ত উপহাস কৰি ॥১৫৬॥
তেমাৰ কৃপায়ে প্ৰভু কি বোলোহো আৰ।
চাসেক বুলিহে ভয় লাগয় আমাৰ ॥১৫৭॥
হেন শুনি বোলে বাণী প্ৰভু নাৰায়ণে।
কি কথা শুধিলা বাপু নকৰিবা মনে ॥১৫৮॥
শুদ্ধমনে দিলো নস্ৰিঞ নিয়া শুদ্ধ মনে।
তোমাৰ কীৰ্ত্তি ৰৈবে ইতিনি ভুবনে ॥১৫৯॥
এহি বুলি নাৰায়ণে প্ৰকৃতিক দিলা।
মহেশে মায়াক পায়া বৰ ৰঙ্গ ভৈলা ॥১৬০॥
ব্ৰহ্মা বিষ্ণু হৰগৌৰী নমস্কাৰ কৰি।
মহা ৰঙ্গে চলি গৈলা আপন নগৰী ॥১৬১॥
পৰম আনন্দে যায় আছে ৰঙ্গমনে।
একদিনা স্নানিবাক গৈলা চাৰিজনে ॥১৬২॥
ব্ৰহ্মা বিষ্ণু হৰগৌৰী চাৰিজন গৈলা।
স্নানিবাক সাগৰৰ জলত নামিলা ॥১৬৩॥
দেখিয়া অনাদি হৰি গুণে মনে মনে।
মায়া কৰি যাও মই চিনে কোন জনে ॥১৬৪॥
মৰা শৱ হইয়া হৰি জলে উটি যায়।
প্ৰথমে লাগিল গৈয়া ব্ৰহ্মা দেৱৰ গায় ॥১৬৫॥

মৰা শৰ দেখি ব্ৰহ্মা আথ বেথ কৰি ।
তীৰতে উঠিলা পাছে বিষ্ণু বিষ্ণু স্মৰি ॥১৬৬॥
পাছে বিষ্ণু দেখে শৰ আসে ওচৰত ।
ৰাম ৰাম বুলি বিষ্ণু উঠিলা ত্বৰিত ॥১৬৭॥
হেন দেখি নাৰায়ণে মনত গুণিলা ।
ব্ৰহ্মা বিষ্ণু দুয়ো চিনিবাক নোৱাৰিলা ॥১৬৮॥
এবে চলি যাও মঞি মহাদেৱৰ পাশে ।
দেখিয়া মহেশে বোলে কৈৰ শৰ আসে ॥১৬৯॥
শৰ দেখি প্ৰকৃতিয়ে সমীপ চাপিলা ।
সকল লক্ষণ দেখি স্বামিক চিনিলা ॥১৭০॥
হাতে ধৰি প্ৰকৃতিয়ে কান্দিবে লাগিলা ।
মোহোক অনাথ কৰি কৈক লাগি গৈলা ॥১৭১॥
দেখি হৰ কান্দিলন্ত ককালত ধৰি ।
বিষ্ণু দেখি কান্দিলন্ত চৰণত পৰি ॥১৭২॥
দেখি ব্ৰহ্মা মুখে ধৰি বিস্তৰ কান্দিলা ।
ধুয়াই পখলাই শৰ চিতাত তুলিলা ॥১৭৩॥
বেদ উচ্ছাৰিয়া ব্ৰহ্মা ঘৃত ঢালি দিলা ।
মুখাগ্নি কৰিয়া পাছে অগনি লগাইলা ॥১৭৪॥
ঈশ্বৰ শৰীৰ গোট নিমিষে দহিলা ।
সেই ছাই আনি তিনি থুপুয়াই থৈলা ॥১৭৫॥
পাছে চাৰি জন সমে স্নানিবাক গৈলা ।
দেখিয়া কপিলী আসি ছাই খানি খাইলা ॥ ১৭৬
তাক দেখি কপিলীক সুধিবাক লৈলা ।
কি কাৰণে তুমি আই অকাৰ্য্য কৰিলা ॥ ১৭৭

কপিলী বোলন্ত মঞি ছাই খিনি খাইলো ;
তোমাৰ প্ৰসাদে মঞি আজি শুদ্ধ ভৈলো ॥ ১৭৮
শুনি তিনি জনে কপিলীক ক্ৰোধ কৰি।
দিলা তিনি চাৰি পাক লাঙ্গুলত ধৰি ॥ ১৭৯
হাগিলেক কপিলী জানিল তিন জনে।
সেই লাদ পুৰি ছাই কৰিলা তেখনে ॥১৮০
সেই ছাই পুনু তিন জনে বাঁতি লৈলা।
খকৰ মকৰ কৰি গাৱত ঘহিলা ॥ ১৮১
তাৰে পৰা সন্ন্যাসীয়ে ভস্ম ধুলি লৈলা।
কপিলী খাইলন্ত হেতু লাদ শুদ্ধি ভৈলা ॥ ১৮২
কপিলীৰ অঙ্গে যত ভৈল ধেনুগণ।
তেবে ধেনু লাদি শুদ্ধ ভৈলা সি কাৰণ ॥ ১৮৩
চৰণত ধৰি ধৰি বিষ্ণু কান্দিলন্ত।
এতেকে চৰণ থানে বিষ্ণু ৰহিলন্ত ॥ ১৮৪
কঙ্কালত ধৰি যত হৰে কান্দিলন্ত।
এতেকে নাভিত যায় ৰুদ্ৰ ৰহিলন্ত ॥ ১৮৫
মুখ পদ্ম ধৰি যত ব্ৰহ্মা কান্দিলন্ত।
সেহিসে কাৰণে ব্ৰহ্মা মুখে ৰহিলন্ত ॥ ১৮৬
মুখ মধ্যে ব্ৰহ্মা চৰণত বিষ্ণু হয়।
কঙ্কালত ৰুদ্ৰ দেৱ জানিবা নিশ্চয় ॥ ১৮৭
এই তিনি থানে মনুষ্যত আছে হৰি।
শৰীৰতে আছে কৃষ্ণ দেখা মূৰ্ত্তি ধৰি ॥ ১৮৮
ঈশ্বৰ শক্তি মহেশত ভৰ দিলা।
এতেক কলিত হৰি নাম শ্ৰেষ্ঠ ভৈলা ॥ ১৮৯

আধাৰ চক্ৰত হয় নিৰ্গুণৰ থান।
হৰি হৰ এক তনু না ভাবিবা আন ॥ ১৯০
ৰজ গুণে ব্ৰহ্মা হয় বিষ্ণু সত্ব গুণে।
তম গুণে ৰুদ্ৰ হয় জানিবা আপনে ॥ ১৯১
ব্ৰহ্ম পৰমব্ৰহ্ম অভয় ব্ৰহ্ম তিনি।
তাসম্বাৰ নাম কহো শুনা ভিনি ভিনি ॥ ১৯২
ব্ৰহ্মাৰ শ্ৰজন দেহা ব্ৰহ্মা বাস কয়।
অভয় ব্ৰহ্ম পৰমাত্মা জানিবা নিশ্চয় ॥ ১৯৩
পৰম ব্ৰহ্ম জানাহা জীউৰেসে নাম।
গুৰুশিষ্যে জানা সেই চৰণ উপাম ॥ ১৯৪
প্ৰথমতে কহো জানা বিষ্ণু মন্ত্ৰ সাৰ।
অক্কাৰ প্ৰধম নাম, মন্ত্ৰ যে তাহাৰ ॥ ১৯৫
ব্ৰহ্মাৰ শুক্কাৰ মন্ত্ৰ জানা সাধুজন।
ৰুদ্ৰৰ সুক্কাৰ মন্ত্ৰ শুনা সৰ্ব্বজন ॥ ১৯৬
অক্কাৰ শুক্কাৰ মন্ত্ৰ সুক্কাৰ প্ৰধান।
তিনি মাত্ৰ মন্ত্ৰে কৰে নিগুৰ্ণৰ স্থান ॥ ১৯৭
দেখে শুনে কহে কথা মনে যিবা মতে।
নিৰ্গুণ স্বৰূপে হৰি আছে সমস্ততে ॥ ১৯৮
অন্য কৰ্ম্ম যজ্ঞক কৰায় সবে নিষ্ঠ।
সবাতো কৰিয়া জানা জ্ঞান যজ্ঞ শ্ৰেষ্ঠ ॥ ১৯৯
আছে সব ধৰ্ম্ম কৰ্ম্ম মনৰ লগত।
গুৰু মানি জ্ঞান লৈবে উপদেশ তত্ব ॥ ২০০
যেহি জ্ঞান দিলা গুৰু হৃদয়ত ধৰি।
সেহি জ্ঞান মনে ধৰি সুখে যায় তৰি ॥ ২০১

জ্ঞানৰ ভক্তিৰ দুইৰো বিফল নেযাই।
নিষ্ঠে জানা দুয়ো পথ সুখে গতি পাই ॥২০২
যেহেন বিস্তৰ খেৰ থৈয়াছে দ'মাই।
অল্প অগ্নি লাগি যেন তাক কৰে ছাই ॥ ২০৩
জ্ঞান হন্তে পবিত্র কৰয় যেন মত।
পবিত্র কৰন্তে হেন নাই পৃথিবীত ॥ ২০৪
যি জনে কৰন্ত কর্ম্ম সুগুছে সংশয়।
যেন মিছা বস্তুক পুৰুষে কৰে ভয় ॥ ২০৫
ইহকালে নাহি সিদ্ধি সংশয় জনৰ।
পৰকালে কর্ম্ম ফল নৰক যাইবাৰ ॥ ২০৬
কর্ম্ম কৰি কেহ নকৰিয়া অহঙ্কাৰ।
ঈশ্বৰতে অর্পি কর্ম্ম আজ্ঞা মানি তাৰ ॥ ২০৭
ঈশ্বৰতে অর্পি কর্ম্ম সংসাৰ এৰই।
যেন দধি মথিলেহে দুগ্ধে ঘৃত পাই ॥ ২০৮
সমস্ত সাস্ত্ৰৰ এহি মানে তাতপর্য্য।
কৃষ্ণ নাম ভৈলা হেন সবাৰো আচর্য্য ॥ ২০৯
শ্রৱণ কীর্ত্তন কৰি সুখে তৰে প্রজা।
আন ধর্ম্ম কিঙ্কৰ নামেসে তাৰ ৰাজা ॥ ২১০
শুন সভাসদ পদ মহাভাগৱত।
হৃদয়ে বিচাৰি তাৰ পাইবা সাৰ তত্ত্ব ॥ ২১১
সমস্তে চৌবিশ তত্ত্ব কৰিলা বেকত।
ব্রহ্মাণ্ডৰ গুণ মানে আছে শৰীৰত ॥ ২১২
নৰ দিন দিনান্তৰে আপোনাক চিন।
আপোনাক চিনিলে নাহিক ভিনা ভিন ॥ ২১৩

আপোনাক চিনিলে চিনিবে নাহি কেৰ।
কৃষ্ণদেব পূজিলে পূজিয়ে নাহি দেৱ ॥ ২১৪
আপনাৰ মূৰ্ত্তি ৰূপ যি জনে জানয়।
তেহে মায়া ভক্তি জানা সিজনে পাৰয় ॥ ২১৫
তেবে তাৰ লোভ মোহ মায়া দূৰ হয়।
কৃষ্ণৰ সম্মান সিতোজনে গতি পায় ॥ ২১৬
আত পৰে তৰিবাৰ নাহিকে উপায়।
বোলা ৰাম ৰাম জন্ম হাতত হাৰায় ॥ ২১৭

## দুলৰি।

আত অনন্তৰে, শুনিওক নৰে,
গোপ্যাৰ পৰম গোপ্য।
যাক শুনি নৰে, তৰয় সংসাৰ,
খণ্ডয় বিষয় ভোগ্য ॥ ২১৮
যাক বোলা গুহ্য, মহা গুহ্যত্তম,
গুহ্যতৰ মূল তত্ত্ব।
বেদ মন্ত্ৰ গণ, নিৰূপিত হয়,
জ্ঞানত বোলে গুহ্যত ॥ ২১৯
যাক বোলে জ্ঞান, কহে জ্ঞান আত্মা,
জানিবা প্ৰকৃত ঈশ্বৰ।
বিজ্ঞানক জানা, বোলা পৰমাত্মা,
দুয়োক বোলে গুহ্যত্তৰ ॥২২০
পুণ্য ব্যতিৰেকে, জানিবাহা তত্ত্ব,
নিজ ভাগৱত মত।

ইহাকে জানিবাঁ, বোলে গুহ্যত্তম,
কহিলো ৰহস্য তত্ব ॥ ২২১
গুৰুৰ শিষ্যৰ, বিশ্বাস যে সাৰ,
কহিলোঁ সবে বুজাই।
গুৰু পৰমাত্মা, শিষ্য জীউ আত্মা,
দুয়ো জনা একে কায় ॥ ২২২
গুৰু নাম ধৰি, গুৰু সৰোবৰে,
পৰিহংস তাতে চৰে।
গুৰুৰ বিশ্বাস, জানা শিষ্য সব,
সংসাৰ সাগৰ তৰে ॥ ২২৩
তাহাঙ্ক বোলন্ত, সংসাৰৰ ব্ৰহ্মা,
শুনা সবে তাৰ কথা।
সংসাৰৰ ব্ৰহ্মা, দোহাক বোলয়,
জানিবা প্ৰকৃত সৰ্ব্বথা ॥ ২২৪
চৌদ্দ ইন্দ্ৰ গণে, ভৈলন্ত ব্ৰহ্মাৰ,
জানিবাহা পাঞ্চ থান।
চৌবিশত ভৈলা, তেজ মাংস হাৰ,
প্ৰকৃতি ভৈলন্ত চাল ॥ ২২৫
সংসাৰ ব্ৰহ্মাৰ, দেহা ৰূপ মিতি,
সবে নিষ্ঠ নিষ্ঠ কাম।
জন্ম মৃত্যু দুই, থালি শুদ্ধ মুই,
ব্ৰহ্মাৰ অশুদ্ধ নাম ॥ ২২৬
সৃষ্টি অনুৰূপে, সংসাৰ প্ৰৱেশে,
ব্ৰহ্মা থাকে সৰ্ব্বকাল।

ব্ৰহ্ম মূল গোৰ, অৰ্দ্ধক বাঢ়য়,
ঊৰ্দ্ধে বাঢ়ে যত থান ॥ ২২৭
যিতো মনে গোৰ, জানিবা ঈশ্বৰ,
কৃষ্ণ বিনে নাহি কেৱ।
থাল বুলি যাক, উৰ্দ্ধক কহিলোঁ;
ব্ৰহ্মা আদি দেৱতাক ॥ ২২৮
বেদৰ সমান, ছান্দ আছে যত,
ব্ৰহ্মাৰ পাত্ৰ সকল।
ধৰ্ম্মা ধৰ্ম্ম দুই, ব্ৰহ্মাৰ ভানুই,
সুখ দুখ দুই ফল ॥ ২২৯
অজ্ঞান ব্ৰহ্মাৰ, চক্ষু ভৈলা তাৰ,
জ্ঞানে ব্ৰহ্মাৰ সংসাৰ।
তিনি গুণে জল, সিচন্তে আছন্ত,
বিষয় অঙ্কুৰ ৰাগ ॥ ২৩০
গুণে জল প্ৰায়, সখা বাজি যায়,
ব্ৰহ্মা ঢাক দিয়ে ঢাকী।
পূৰ্ণ কৰি অধে, হয়ে দেৱগণ,
ঊৰ্দ্ধ হয়ে পথে পথী ॥ ২৩১
সংসাৰ ব্ৰহ্মাৰ, দেখিতে সুন্দৰ,
ফুলে ফুলে জ্যোতিস্কাৰ।
তাতে কৰি চিত, হইয়া মোহিত,
মূল নাজানত তাৰ ॥ ২৩২
বেদ ব্ৰহ্মা ভৈল, মুখ গৰ্ভ লিঙ্গ,
ইয়াৰ লয়োক লেখা।

নয় গোটা এহি, ভৈলন্ত খোবাক,
সংসাৰ ব্ৰহ্মাৰ দেহা ॥ ২৩৩
আউৰ জীউ আত্মা, যিতো পৰমাত্মা,
এহি জানা পাখী দুই ।
সংসাৰ বৃক্ষত, পৰি দুয়ো জনে,
সদাই থাকন্ত চাই ॥ ২৩৪
যি মূল বৃক্ষৰ, সি দক্ষ ঈশ্বৰ,
দেৱগণে চাল যত ।
ইহাৰ নির্ণয়, যি জনে জানয়,
জানিবা এহি মহন্ত ॥ ২৩৫
শাস্ত্ৰৰ উত্তম, ভৈলা গুপ্তমণি,
বেদতো উত্তম নাম ।
দেবতো উত্তম, দৈবকী নন্দন,
চৰণে কৰো প্ৰণাম ॥ ২৩৬

---

## পাদ ।

আত অনন্তৰ শুনা কৃষ্ণৰ চৰিত ।
যেন ৰূপ ধৰি হৰি আছে পৃথিবীত ॥ ২৩৭
অন্তর্য্যামি ৰূপ হয় যত সমস্তক ।
স্ৰজন্ত পালন্ত সংহাৰন্ত তিনি লোক ॥ ২৩৮
কোনে বোলে কৈত ইতো শৰীৰ পৰন্ত ।
গুৰু কোন স্থানে থাকি মৃত্যু মিলাৱন্ত ॥ ২৩৯
তাহান লক্ষণ কহো শুনা সৰ্ব্বজন ।
পদ্মৰ ওপৰ হৈলে মিলয় মৰণ ॥ ২৪০

প্ৰভাতে উঠিয়া লোক স্মৰি দিবা মন।
ধৰি চক্ৰ চাহি তেবে কৰিবা গমন ॥ ২৪১
দক্ষিণ চলয় যদি সেহি দিনা ভাল।
বাম সৰে চলে যদি হয় মৃত্যু কাল ॥ ২৪২
দুয়ো সবে একে হুয়া সমান চলয়।
মাস কাল বিমঙ্গল পাইবন্ত নিশ্চয় ॥ ২৪৩
তবে চলি যাইবা বাজ ফুৰা কৰিবাৰে।
দুযো হাতে দিবা নিয়া কাপৰ ভিতৰে ॥ ২৪৪
মল ত্যাগি যাইবা পাছে জলৰ ওচৰ।
জল মাতি লৈয়া শুদ্ধ কৰিবা কলেৱৰ ॥ ২৪৫
নহা শুদ্ধ হৈবা মল ধুয়া পখালিবা।
তাত পাছে মুখ পদ্ম গোট ধুৱাইবা ॥ ২৪৬
দেহা শুদ্ধ কৰি যাইবা ঈশ্বৰৰ গুৰি।
বক্ষব চিনিবাঁ পাছে মন স্থিৰ কৰি ॥ ২৪৭
আত্মা জীৱা ওপৰত আচয় তৃপিনী।
অন্তকালে চলি যাইবে যত সপ্ত ধ্বনি ॥ ২৪৮
প্ৰাণ মন চিত্ত বিত তেবে চলি যায়।
চেতন এৰিলে দেহা যেন শৱ প্ৰায় ॥ ২৪৯
ইঙ্গলা পিঙ্গলা প্ৰাণ উৰ্দ্ধকি চলয়।
সুশ্ৰুত সুৰ পন্থে চিন্তিবা নিশ্চয় ॥ ২৫০
নমো কৃষ্ণ অনন্ত কেশৱ সদাশিব।
জন্ম নিবাৰণ কৰা জগতৰ জীৱ ॥ ২৫১
আছে অভ্যন্তৰে এক জগত ঈশ্বৰ।
সেহি সে কৰয় জানা সংসাৰৰ পাৰ ॥ ২৫২

নিৰ্গুণ পুৰুষতেহে সুখৰ সাগৰ।
সূৰ্য্য মণ্ডলত যে প্ৰকাশে মৃত্তকৰ ॥ ২৫৩
তাহাঙ্ক বোলন্ত মৃত্যু কৰন্ত সবাৰ।
মোহিসে থাকন্ত সদা দেহাৰ ভিতৰ ॥ ২৫৪
যি মতে প্ৰকৃতি শ্ৰেষ্ঠ সবাতো প্ৰধান।
সংসাৰ কাৰণে জানা উপষ্ঠিত বান ॥ ২৫৫
আউৰ দুই গোটা প্ৰকৃতি শুনা তাক।
পৰ শ্ৰেষ্ঠ প্ৰকৃতি অপৰ আউৰ এক ॥ ২৫৬
পৰ যে প্ৰকৃতি জানা গৰাকি বোলয়।
যি গোট অপৰ অষ্টবিধ ৰূপ হয় ॥ ২৫৭
অপৰ তেজ বায়ু পুৰুষ মন বুদ্ধি।
অহঙ্কাৰ দেহা সনে অপৰ প্ৰকৃতি ॥ ২৫৮
পৰ বোলা প্ৰকৃতি চৈতন্য সদাশিৱ।
কৃষ্ণ অংশে দেহা স্থিত যাক বোলে জীৱ ॥ ২৫৯
জীৱ ক্ষেত্ৰে দেহা ক্ষত্ৰিয় ভোগ স্থান।
দুই স্থান সংযোগে হয় সৃষ্টি প্ৰবৰ্ত্তন ॥ ২৬০
নিদ্ৰা কালে কৰে জীৱ থাকে এক ঠাই।
তাক বাজ কৰি জীৱ মনুষ্যকে যায় ॥ ২৬১
যি দিনা ধৰন্ত জন্ম মনুষ্যকে যায়।
সি দিনা জীৱক লেখি বিধাতা পঠাই ॥ ২৬২
দুখ সুখ মনুষ্যৰ থাকে যত দিন।
সমস্ত কপালে লেখি পঠাই সি দিন ॥ ২৬৩
বিধিৰ লিখন হাত এৰন নাযাই।
এতেকেসে সুখ দুখ ভুঞ্জে নৰে যাই ॥ ২৬৪

সংসাৰত ফুৰে জানা যিতো দুখ ভুঞ্জি ।
নাৰীৰ উদৰে থাকি নানা দুখ মজ্জি ॥
এহি দুখ ভুঞ্জি সৱে ফুৰে ঠাই ঠাই ।
যাৱত নেৰাই জীৱ দুখক নেৰাই ॥ ২৬৫
উত্তম মধ্যম কত অধম হোৱন্ত ।
তাহাৰ কাৰণ কহোঁ শুনিও সমস্ত ॥
প্ৰথম প্ৰহৰে যিতো ঋতুক ৰাখয় ।
অল্প আয়ু হুয়া ৰহে জানিবা নিশ্চয় ॥ ২৬৬
দ্বিতীয় প্ৰহৰে ঋতু কৰন্ত খেলন ।
সামান্য হোৱন্ত সিতো জানিবা সিজন ॥
তৃতীয় প্ৰহৰে ঋতু যিতে কৰে ক্ষয় ।
অতি সুখী সিতো নৰ মহাজন হয় ॥ ২৬৭
চতুৰ্থ প্ৰহৰে ঋতু পালে যিতো জন ।
বীৰ ধৰ্ম্ম হয় সিতো শ্ৰীৰাম লক্ষ্মণ ॥
আমাবস্যা একাদশী তিথি যে পূৰ্ণিমা ।
কদাচিতো নাযাবাহা নাৰী জাতি সীমা ॥ ২৬৮
মাস মধ্যে দিন এক তাহাৰ আছে সন্ধি ।
সাৱধানে জানি তাক মন কৰা বন্দী ॥
আগে নাই পুৰুষত্ব জাৰে লয় ঠাই ।
ঈশ্বৰ কৃপায়ে সণ্ডামণি সিতো দুই ॥
দুই হানো সংযোগে পাছে নাৰী গৰ্ভে যায় ।
একে ৰাত্ৰি ভৈলে জীৱে এক মিশ্ৰ হয় ॥২৬৯
পাঞ্চ ৰাত্ৰি ভৈলে জীৱ ৰাতুল বৰণ ।
দশ ৰাত্ৰি বদৰিকা ফলৰ সমান ॥

এক পক্ষ ভৈলে জীৱ শিলা ময় হয়।
এক মাস হৈলে হয় মাংস পিণ্ড কায়॥ ২৭০
দুই মাস হৈলে ইন্দ্রি গণে লগ লয়।
চল্লিশ ইন্দ্রি লাগ লয়ে সবে চিন্ন হয়॥
তৃতীয় মাসত লোম চাল নখ হয়।
সকল সম্পূর্ণ ঠানি তাৰ কাৰ্য্য হয়॥ ২৭১
পুৰুষত সাত ধাতু চতুৰ্থ মাসত।
পঞ্চ মাস ভৈলে হয় ক্ষুধা তৃষ্ণা যত॥
ছয় মাস ভৈলে জ্বালে বেৰন্ত শৰীৰ।
দক্ষিণ কুক্ষিত ভনি থাকে জননীৰ॥ ২৭২
সাত মাস ভৈলে বায়ু প্ৰসূতি পাৰয়।
গৰ্ভত থাকিয়া তাক থিৰ নকৰয়॥
আঠ মাসে হৈলে জীৱ কৰে কৃতাঞ্জলি।
কৃষ্ণক কাকুতি কৰে নানা স্তুতি বুলি॥ ২৭৩
দশ মাস ভৈলে জীৱে বায়ু লাগ লয়।
প্ৰসূতি মাৰন্তে দুই ওভোতায়ে থয়॥
যোনি দ্বাৰে বাজ কৰে যেন তেন কৰি।
পাছে চেতনেক পাই ধৰণীত পৰি॥ ২৭৪
পৃথিবীত পৰি জীৱে লভিলা চেতন।
তেতিক্ষণে পাসৰন্ত কৃষ্ণৰ চৰণ॥
হৰি হৰি প্ৰাণ কৃষ্ণ কি কাম কৰিলোঁ।
যি কথা বুলিলো মানে সবে পাসৰিলোঁ॥ ২৭৫
ইন্দ্ৰিৰ সংযোগে দেহা নিতান্ত বাঢ়য়।
কহিলোঁ জীৱৰ কথা এমত বিলায়॥

যেন মতে ইন্দ্রি গণে ভৈলা উতপতি।
যি মতে চৌবিচ তত্ব ভৈলা উতপতি ॥ ২৭৬
আদি ৰূপে পূৰ্ব্বত আছিলা নাৰায়ণ।
অনাদিক আদি দেৱে কৰিলা সৃজন ॥
অনাদি ঈশ্বৰ পাছে চিন্তিল উপায়।
বাম অঙ্গ হন্তে পাছে প্ৰকৃত্তি বাজ হয় ॥ ২৭৭
দক্ষিণৰ পাকত যে ফুৰে ৰস চয়।
মানসাক কৰি তেবে পুৰুষ হোৱয় ॥
বাম পাকে ফুৰে ৰস নাড়ী উৎপন্ন।
বিণা পাকে নপুসংক কহিলোঁ লক্ষণ ॥ ২৭৮
অনাদি ৰূপি কন্যা পাছে ভৈলা গৰ্ভৱতী।
অনাদিৰ পুত্ৰ ভৈলা মহত্ব উৎপতি ॥
মহত্বৰ পুত্ৰ ভৈলা তিনি অৱতাৰ।
তামসিক ৰাজসিক সাত্বিক অলঙ্কাৰ ॥ ২৭৯
দশ দেৱ ৰাজসিক হন্তে উতপতি।
চন্দ্ৰ ৰুদ্ৰ বায়ু দেব ধৰ্ম্ম ভৈলা আতি ॥
এহি চৌদ্ধ ইন্দ্ৰ ভৈলা জগত প্ৰচাৰ।
সবে মিলি শৰীৰ আসি ভৈলা মনুষ্যাৰ ॥ ২৮০
কেহ হাত পায় লিঙ্গ কুজ্জ আছে দুই।
কেহ কান নাক জিহ্বা আছে চক্ষু দুই ॥
মন বুদ্ধি অহঙ্কাৰ বাক্য আছে চয়।
এই চৌদ্ধ ইন্দ্ৰ ভৈলা মনুষ্যাৰ কায় ॥ ২৮১
তাসম্বাৰ হন্তে দশ দেৱ উতপতি।
শব্দ গুণ আকাশ প্ৰবেশ বায়ু আতি ॥

উৰু পশ্নি ৰস জল গঁন্ধ জল ভৈলা।
এহি দশ দেৱ যে বিতত্ব নাম লৈলা ॥ ২৮২
গন্ধ ৰূপ পৰশ শবদ পৰ ৰস।
ইসব ইন্দ্রিয় সমে কি কৰে সৰস॥
ভৈলন্ত চৌবিচ তত্ব তেজ মাংস হাৰ।
এহি মতে দেহা আসি ভৈলা মনুষ্যৰ॥ ২৮৩
ভবিষ্যত মনুষ্যৰ দেহা ভৈলা যাত।
তাতে সে দেহাক জানা বোলে পাৰগত॥
মনুষ্যৰ দেহা ভৈলা যিতো দেৱগণ।
কহোঁ তাসম্বাৰ নাম শুনা সৰ্ব্বজন॥ ২৮৪
ধ্বজে অগ্নি জয়ে চন্দ্র পাথে বসুমতী।
চিত্তে বাসুদেৱ হাতে ইন্দ্র সুৰপতি॥
ব্রহ্ম বুদ্ধি অগ্নি বাক্য দিশে ভৈলা কৰ্ণ।
বৰুণে ভৈলন্ত জিভা চন্দ্র ভৈলা মন॥ ২৮৫
স্বৰ্গে বায়ু সূৰ্য্যো চক্ষু ৰুদ্রে অলঙ্কাৰ।
যমে দণ্ড ভৈলা নাকে অশ্বিনী কুমাৰ॥
হাৰে তৃপিনী গঙ্গা কণ্ঠে সৰস্বতী।
চৰণত গঙ্গা উৰু কিন্নৰ সম্প্রতি॥ ২৮৬
মুখত থাকন্ত ব্রহ্মা জানিবা সাক্ষাত।
নাভিত আছন্ত ৰুদ্র বিষ্ণু যে হিয়াত॥
অষ্টদল পদ্মত আছন্ত জীৱ আত্মা।
দশ দল পদ্মত আছন্ত পৰমাত্মা॥ ২৮৭
সতাৰো তলত আছে ধৰ্ম্মে ধৰি ছাতি।
শিৰত আছন্ত কাল পুৰুষৰ নাতি॥

হিঙ্গুলিয়া চৰণত বঙ্গলা তাল গত।
মধ্যত মাৰিয়া আছ খুটা এক গোত ॥ ২৮৮
কাল কমল নিৰঞ্জন তিন খুটা লেখি।
অজ্ঞানে জ্ঞানী গণে তাত আছে দেখি ॥
সিখুটাত আওজি আচন্ত এক দেৱ।
মহাজন বুলিয়া জগতে কৰে সেৱ ॥ ২৮৯
যাক বোলে প্ৰাণ উৰ্দ্ধে কৰন্তে সঞ্চাৰ।
অদ্ধ চলে বি গোটা আপন নাম তাৰ ॥
বাঞ্চায়ে হৈয়াছে হাত ভৰি যত মান।
তাৰ নাম ব্যান বায়ু জানা সৰ্ব্বজন ॥ ২৯০
পুৰুষে ভুঞ্জন্ত অন্ন পেট ভৈলা ভাৰি।
মধ্য নামে বায়ু শান্তি দেয় সম কৰি ॥
কৃকৰ বায়ুয়ে ক্ষুধা কৰে মনুষ্যৰ।
কুৰ্ম্ম বায়ু চক্ষু ঘুৰি চাহে নিৰন্তৰ ॥ ২৯১
বাত পিত্ত না ত্বক কৰাৱে যিতো জন।
তাৰ নাম উদ্ধ বায়ু শুনা সৰ্ব্বজন ॥
নাগ নামে বায়ু গোট শৰীৰত আসি।
সকল লো[illegible] কৰাৱয় কাস হাঁচি ॥ ২৯২
দেৱদত্ত [illegible] হানি কৰাৱয়।
শৰীৰ [illegible] বোলে ধনঞ্জয় ॥
এহি [illegible] ভৈলা [illegible] মনুষ্যৰ।
[illegible] ॥ [illegible]
[illegible]
[illegible]

ভাগেক ভৰায়ে তাৰ জলপান কৰি।
পথৰ ভাগত বায়ু থাকন্ত সঞ্চাৰি ॥ ২৯৪
অনুসন্ধে প্ৰাণ ভৈলা প্ৰাণ গুণে বায়ু।
তিনিঙো সংযোগে দেহ ৰহি আছে আয়ু ॥
নখ কেশ পৰ্য্যন্ত চলায়ে অনুৰস।
শৰীৰতে আছে জানা সব বায়ু দশ ॥ ২৯৫
পৰম তৃপিতি হয় ইন্দ্ৰিয় সকল।
পৰীৰৰ সঙ্গে ইন্দ্ৰ বাঢ়ে তেজ বল ॥
ঈশ্বৰ পুৰুষ আদি হৃদয়তে দেখি।
এহি চৌদ্ধ দেৱ পুণ্য পাতকীৰ সাক্ষী ॥ ২৯৬
মূঢ় জনে বোলে মোক নেদেখিলে কেৱ।
হৃদয়তে আছে দেখি বহি সাক্ষী দেৱ ॥
পৃথিবীৰ মধ্যত মেৰু মন্দৰ নিবাস।
অদ্ধে সূৰ্য্য উৰ্দ্ধে চন্দ্ৰ কৰিয়া প্ৰকাশ ॥ ২৯৭
নিম্নে যোল গোট অস্থি পঞ্চায়ত তাৰ।
অধো উদ্ধ আতি জানা নৱ খান দ্বাৰ ॥
দুই কান দুই নাক দুই চকু দেখা।
মুখ সমে ওপৰত সাত খান লেখা ॥ ২৯৮
আধো গুহ্য লিঙ্গ যে নৱ খান দ্বাৰ।
আছে তাত নাড়ী আৰ বাত্তৰি হাজাৰ ॥
সবাৰো মধ্যত তিনি নাড়ী অনুপাম।
সুষুম্না পিঙ্গলা ইড়া নাড়ী যাৰ নাম ॥ ২৯৯
সুষুম্না উত্তম তিনি নাড়ীৰ মধ্যত।
যিটো ব্যাপি আছে গৈয়া সূৰ্য্য মণ্ডলত ॥

সুষুম্না আছয় মেৰু মন্দৰ ভিতৰে।
তাত বায়ু পশিলে অমৰ হোৱে নৰে ॥ ৩০০
তাহান মুখক ঢাকি আছে কুণ্ডলিনী।
মায়াৰ সজাত সিতো দেখিবা চিন্তনি ॥
কৰিয়া আপন বায়ু ৰমে যোগ বলে।
অগ্নিৰ তাপত শক্তি ওপৰক চলে ॥ ৩০১
উৰি যায় সুষুম্নাত প্ৰবেশ প্ৰমান।
তাৰ শুনা দেহ মধ্যে আছে জীৱ স্থান ॥
গুহ্য স্থান হন্তে দুই আঙ্গুল ওপৰে।
একটি আধাৰ পদ্ম আছে শোভা কৰে ॥ ৩০২
তাক বোলে মধ্য দেহা অগ্নিৰ নিবাস।
তপ্ত সুবৰ্ণৰ বৰ্ণ তাহাৰ প্ৰকাশ ॥
পৃথ্বী ভাগে থাকে মেৰু পৰ্ব্বত মন্দৰ।
নাহি জীৱ জন্তু তাত প্ৰাণীৰ সঞ্চাৰ ॥ ৩০৩
শিশু ৰূপে ব্ৰহ্মাদেৱে জপিয়া আছয়।
যাৰ মুখ হৈতে চাৰি বেদ বাহিৰয় ॥
আৰ এক ভাগ আছে শুনা সৰ্ব্বজন।
শতদল পদ্ম আছে শৰীৰ শোভন ॥ ৩০৪
চাৰি দল ছয় দল পদ্ম দশ দল।
আছে অষ্টদল পদ্ম হৃদয় বিকল ॥
ছয় থানে ছয় চক্ৰ আছে শৰীৰত।
গুহ্য লিঙ্গ নাভি হৃদি তালু ললাটত ॥ ৩০৫
তালুত সহস্ৰ ললাটত দল দ্বয়।
নাভি মূলে দশ দশ লিঙ্গ মূলে ছয় ॥

প্ৰথমে কহোঁ শুনা আধাৰ চক্ৰনাম।
চাৰিটা অক্ষৰে চাৰি দল অনুপাম ॥ ৩০৬
অনিলয় আছে চাৰি দল সুশোভন।
পূৰ চক্ৰ দশ দল ভৈলা যেতিক্ষণ ॥
আন দল চক্ৰ আছে দল যে দ্বাদশ।
বিশুদ্ধৰ চক্ৰ আছে দল অক্ষ ৰস ॥ ৩০৭
চৌদল আধাৰ চক্ৰ কৰন্ত প্ৰকাশ।
থানে থানে কৰি আছে শৰীৰে নিবাস ॥
এহিমতে দুই চক্ৰ আছে শৰীৰত।
যি থানত আছে কহোঁ শুনা তাৰ তত্ব ॥ ৩০৮
ক, খ, গ, ঘ, ঙ, চ, ছ, জ, ঝ, ঞ, ট, ঠ, লৈয়া।
দ্বাদশ অক্ষৰে আছে শৰীৰত চোৱা ॥
এই বাৰ অক্ষৰে দ্বাদশ দল সাৰ।
দেহাতে থাকিয়া কৰে সবাৰ বিচাৰ ॥ ৩০৯
ৰাখা হন্তো চক্ৰ হৃদয়ত সাৰ মানি।
বিশুদ্ধ চক্ৰৰ থান শুনা সবে প্ৰাণী ॥
অ, আ, আদি স্বৰ বৰ্ণ ক্ৰমে লেখ হয়।
মহা ম [illegible] জ্ঞান শব্দ যাক যে বোলয় ॥ ৩১০
এহি [illegible] অক্ষৰে বিশুদ্ধ চক্ৰ ভৈলা।
তালু [illegible] পাছে স্থি[illegible]ক লভিলা ॥
দশ [illegible] মন কাৰ স্থিৰ।
তে[illegible] ৰ্দিনা [illegible] মাজুৰ ॥ ৩১১
[illegible]
[illegible]

ইতো দশ দল পদ্ম জানা নাভি স্থলে।
পুৰ চক্ৰ নাম তাৰ সন্ত সবে বোলে ॥ ৩১২
ছয় দল স্থিতি কহো শুনা সাবধানে।
কৰন্ত নিবাস শৰীৰত জীৱ থানে ॥
ব, ভ, ম, জ, দ, ধ আৰু কৰিলা প্ৰকাশ।
ইয়াক জানিলে বাঢ়ে মনৰ হৰিষ ॥ ৩১৩
অনিলয় চক্ৰে লিঙ্গ দেহা ভৈলা স্থিত।
চাৰি দহ যৈত আছে শুনিয়ো গুপুত ॥
অ, স্ত্ৰী, স্থৰ, হ, স, য়া, জ, অঁ, ঐ, অক্ষৰে।
ও যে শূন্যে ৰৈলা তাক জানা নিৰন্তৰে ॥ ৩১৪
অ, ন, ম, ধ, এহি চাৰি ৰৈলা শোভাচলা।
চাৰিয়ো কাৰণে সৃষ্টি গোপালে সৃজিলা ॥
আধাৰ চক্ৰ নাম তাৰ জানিবা নিশ্চয়।
ললাটতে দুই দল ভৈলাহা অক্ষয় ॥ ৩১৫
এই দুই অক্ষৰে আধাৰ চক্ৰ নিষ্ঠ।
ছয় চক্ৰ ভেদ বৰ্ণ পৰম গৰিষ্ঠ ॥
হ, ক্ষ, পৰম তত্ত্ব শুনা সদাশিৱ।
দুই সঙ্গৰূপে ভেলা জগতৰ জীৱ ॥ ৩১৬
দুই চাৰি দল সবে হয় দশ মত।
অষ্টাদশ দলৰ কহিলো কথা যত ॥
ষোল দল কথা কহো শুনা বুধলোক।
দাস হেন ভাবি নিন্দা নকৰিবা মোক ॥ ৩১৭
বেদে চাৰি চক্ৰ সাৰ চক্ৰ নিৰূপন।
পাছন্তি বৈক্ষৰি আৰু পৰ যে মধ্যম ॥

আধাৰ চক্ৰৰ পৰা হৰে শুদ্ধ মতি।
চাৰি দল কনিকা কৰন্ত পীত আতি ॥ ৩১৮
আছে শৰীৰতে তিনি নাড়ী অনুপম।
সুসুম্না পিঙ্গলা ইড়া নাড়ী অনুক্ৰম ॥
তিনি নাড়ী মুলে বাঢ়ি আছন্ত কমল।
তাৰ কনিকাত আছে বহ্নিৰ মণ্ডল ॥ ৩১৯
অগ্নি মণ্ডলত আত্মা ৰূপে যত বেদ।
উৰ্দ্ধে চলি যাই মধ্যমৰ চক্ৰ ভেদ ॥
আছে এক পদ্ম যে দ্বাদশ দশ দল।
তাৰ কনিকাত আছে জলৰ মণ্ডল ॥ ৩২০
যেতিক্ষণে উষ্ণ বলে একই হোৱয়।
তেতিক্ষণে জীৱৰ যে প্ৰাণ বায়ু ৰয় ॥
বায়ু অগ্নি জল এক ঠাই হয় যদি।
উৰ্দ্ধক চলয়পাছন্তিৰ চক্ৰ ভেদী ॥ ৩২১
পাছন্তিৰ মধ্যে আছে সূৰ্য্যৰ মণ্ডল।
ৰক্ত বৰ্ণ পদ্ম তাৰ দুই শত দল ॥
তাৰ কনিকাত পাই বায়ু বহ্নি জলে।
যি গোটা বজ্ৰাৰি চক্ৰ আছে কণ্ঠ মূলে ॥ ৩২২
পদ্ম গোট আছে প্ৰকাশন্তে অষ্টদলে।
ৰাজ হংস সদৃশতে পঙ্কজৰ দলে ॥
তাৰ মাজে আছে চন্দ্ৰ অমৃত মণ্ডল।
এতেকতে শোভা কৰে পদ্ম অষ্ট দল ॥ ৩২৩
বৈষ্কাৰিক ভেদী যাবে চন্দ্ৰ মণ্ডলত।
যতে ব, ঢ়, দ, ধ, ফুৰে তৃপিনী তীৰ্থত ॥

সেহি বৃ হয় চাৰি ভাগ ভৈলা পুণে ।
সুভাগ আশ্ৰয় দেয় মোহি তিনি গুণে ॥ ৩২৪
সেহি তিনি ভাগবেসে যাৰ যেন নাম ।
সপ্তে ঋগ সজা যজুৰ আত্মা হয় সাম ॥
সূৰ্য্যে সৃজে সামে পালে ঋগে যে সংহাৰে ।
নিবৃত্তিক এৰি প্ৰবৃত্তিৰ পন্থ ধৰে ॥ ৩২৫
এই দুই পন্থ এৰি আউৰ আছে পন্থ ।
সি পন্থ অময়া জানা ভকত সামন্ত ॥
ৰজ তম দুই গুণে নেয় বিস্ময়ক ।
সত্ব গুণে বুদ্ধি ভৈল তাৰে সংহাৰক ॥ ৩২৬
আৰ এক কথা কহোঁ শুনিয়ো সম্প্ৰতি ।
চাৰি বেদ যি থানত কৰন্ত বসতি ॥
গুহ্য মূলে ঋগ বেদ কৰন্ত প্ৰকাশ ।
নাভি মধ্যে যজুৰ্ব্বেদ কৰন্ত নিবাস ॥ ৩২৭
হৃদয়ত হন্তে সাম বেদৰ বসতি ।
মুখ মাজে অথৰ্ব্ব বেদ হৈল উৎপতি ॥
এহি মতে চাৰ বেদ আছে চাৰি থানে ।
শৰীৰতে চাৰি বেদ আছে বৰ্ত্তমানে ॥ ৩২৮
এহি চাৰি চক্ৰৰ প্ৰকাশ যিতো দেখে ।
মহা জ্ঞান বুলি তাক সন্ত সবে লেখে ॥
শৰীৰতে আছন্ত অপূৰ্ব্ব তিনি পুৰ ।
শ্ৰীহট্ট কামৰূপ আৰু পূৰ্ণ গিৰি ॥ ৩২৯
যাক বোলে পূৰ্ণ গিৰি আছে হৃদয়ত ।
কাম নাম কামৰূপ তালু শ্ৰীহট্ট ॥

এহি মতে তিনি নাৰি আছে তিনি কোনে।
দশ নাড়ী যৈত আছে শুনা সাৱধাণে ॥ ৩৩০
কাশত শঙ্খিনী বহে বামত ইঙ্গলা।
চক্ষু দ্বয়ে সুষুম্না বহে দক্ষিণে পিঙ্গলা ॥
গান্ধাৰিৰ নামে নাস নেত্রতে বহয়।
ইন্দ্রা নামে দক্ষিন নয়নে নাড়ী ৰয় ॥ ৩৩১
পুষ্কৰ নামে বহন্ত দক্ষিণ কর্ণ দ্বাৰে।
বাম কর্ণে আঞ্জলি জানিবা সাৰে সাৰে ॥
অগু নাসা নামে নাড়ী বহন্ত অধৃত।
চক্র অধি স্থানে বহে অনন্ত লিঙ্গত ॥ ৩৩২
সঞ্জিমাণ নাম ধৰি শিৰত বহয়।
দশ নাড়ী বহিবাৰে দেখাইলো আশ্রয় ॥
এহি দশ নাড়ী বহে দশম দুৱাৰে।
আৰ কিছু কথা শুনা সহজ বিচাৰে ॥ ৩৩৩
যত নদ নদী আছে ব্রহ্মাণ্ড ভিতৰে।
নাড়ী মধ্যে বহে সবে জানা নিৰন্তৰে ॥
নদ নদী সৰোবৰ যত জল শেষ।
মুখৰ মধ্যত বহে পৰম বিশেষ ॥ ৩৩৪
দুই দান্তে পাৰি মধ্যে তাৰ সীমা জানা।
তাৰ উৰ্দ্ধ ভাগে বামে বহন্ত যমুনা ॥
দক্ষিণত গঙ্গাদেবী বহন্ত সদাই।
দুই হনু মধ্যত বহে সৰস্বতী আই ॥ ৩৩৫
ওঠ কণ্ঠ তালু জিহ্বা দাবানল জ্যোতি॥
সুখে থাকিবাক বলে কপে মৰাহুতি ॥

লক্ষ্মী কৰে বাটি তাৰ গতি উৰ্দ্ধ দেশে।
সূক্ষ্ম দুই পক্ষি বসি আছে দুই পাশে ॥ ৩৩৬
উৰি যায় হংস পখি তেজি নেযাই স্বৰ।
ফুৰি ফুৰি আসে দুই আখিৰ সঞ্চাৰ ॥
নিৰঞ্জন পুৰে ব্ৰহ্ম কুণ্ড সৰোবৰে।
দুই গুটি হংস পখি তাতে পৰি চৰে ॥ ৩৩৭
ধাত্ৰিনী আছয় তাতে তাহাক ঢাকিয়া।
ৰক্ত বৰ্ণ পখি আছে ওপৰে পৰিয়া ॥
সি পখিত বসি দুই গুণে প্ৰকাশন্ত।
মহা প্ৰেমে দুহাস্তৰ কৌতুক বহন্ত ॥ ৩৩৮
এক ঘাম ভৈলে যেন দুই গুটি হংস।
এক থান কৰিবাৰ তাৰে নহে লক্ষ ॥
ওলাই চাই শাল বৃক্ষ গৈলন্ত ভাগিয়া।
আউৰ বৃক্ষ হৱে তাতে পৰি উলতিয়া ॥ ৩৩৯
বাওবি হাজাৰ নাড়ী আছে চাৰি পাশে।
মহা বায়ু উপেক্ষি তাহাৰ হস্তে আসে ॥
শৰীৰতে আছে জানা শয্যা সাতথান।
কোন থানে আছে তাক শুনা বিদ্যমান ॥ ৩৪০
শৰীৰ শয্যাত কাল পুৰুষৰ থান।
কপাল শয্যাত শুক কহেন প্ৰমান ॥
কমৰ শয্যাত আছে কাল যে গোসাঁই।
চক্ষুত জ্বলেক সবে জানা সমুদাই ॥ ৩৪১
নাসিকাৰ শয্যাত কুমাৰ মহামতি।
কণ্ঠৰ শয্যাতে পাচে বৈলা সৰস্বতী ॥
বদনৰ শয্যাত নাৰদ মুনিবৰ।
এহি সাত খান শয্যা শুনা সাধুনৰ ॥ ৩৪২

আৰু সাত খান শয্যা দেখা এতিক্ষণে।
গঢ়ি পিতি লও সবে থিৰ কৰি মনে ॥
হৃদয় শয্যাত আত্মা লৱক বিচাৰি।
বাহুত থাকন্ত ভীষ্ম জানা নিষ্ঠ কৰি ॥ ৩৪৩
পেটত প্ৰসাদ থাকে জানা সাৰে সাৰ।
নাভিত থাকন্ত ব্ৰহ্মা জানা সৃষ্টিকৰ ॥
লিঙ্গৰ শয্যাত মনু কহিলো প্ৰমান।
উৰুৰ শয্যাত বসি থাকে বিদ্যমান ॥ ৩৪৪
পদৰ দক্ষিণে যম জানিবা নিশ্চয়।
ধৰিয়া ভীষন মুৰ্ত্তি তাতে বসিবয় ॥
তাৰন্তে বধসে আছে চাৰি খানি হাত।
তাহাৰ মধ্যত আছে তুলিৰ যে খাট ॥ ৩৪৫
মায়াকে বোলন্ত হাত জানা নিষ্ঠ কৰি।
হৃদয়ত এক হাত লৈয়োক বিচাৰি ॥
পেটক বোলন্ত হাত সবাৰো শৰীৰ।
ভকত চৰণ হাত ভকত জনেৰে ॥ ৩৪৬
চৰণত অতল জানা গোৰৰ বিতল।
জানুত ভৈলন্ত সুদন জানা তলাতল ॥
মোহনত মনক কৰয় উৰু দোষ।
স্তন যজ্ঞতে ভৈলা জানিবা বিশেষ ॥ ৩৪৭
বাগ তন গুহ্য জানিবা নিশ্চয়।
কটিত পাতন ভৈলা নাহিক সংশয় ॥
গুহ্য দুৰ্গ মান জানা ভৈলা সুনাভিত।
ধৰ্ব্ব স্বৰ্গ থান শুনা ভৈলন্ত কুক্ষিত ॥ ৩৪৮
হৃদয়তে আছে জানা স্বৰ্গ যে গোলক।
দুই বক্ষ স্থলে জানা স্বৰ্গ মোহ লোক ॥

জন লোক স্বৰ্গ ভৈলা কণ্ঠৰ মধ্যত ।
তপ স্বৰ্গ স্থান ভৈলা জানা কপালত ॥ ৩৪৯
উৰুৰ ওপৰ জানা দ্বাদশ আঙ্গুলে ।
স্বৰ্গ লোক নাম তাৰ জ্ঞানি গণে বোলে ॥
দেৱতা গন্ধৰ্ব্ব গণ চাৰুৰ কিন্নৰে ।
অষ্ট বায়ু গণে তাত সিদ্ধ বিদ্যাধৰে ॥ ৩৫০
সমস্তৰে মাজে আছে চৌদ্ধ স্বৰ্গ স্থান ।
এহি মতে জানিবা ভুবন চৌদ্ধ থান ॥
আৰ এক কথা কহো শুনিয়ো সম্প্ৰতি ।
নবগ্ৰহ যি স্থানত কৰন্ত বসতি ॥ ৩৫১
নাড়ী ৰবি জানিবাহা দেহা লেখ হয় ।
চক্ষুত মঙ্গল হৃদি বুধৰ উদয় ॥
হৃদয়ত উৰ্দ্ধ ভাগে গুৰুৰ বসতি ।
তাৰ উৰ্দ্ধ ভাগে শুক্ৰ দেৱতাৰ স্থিতি ॥ ৩৫২
পাদ চক্ৰ স্থিতি শনি মুখৰ ওপৰ ।
কহিলো নিৰ্ণয় নব গ্ৰহ দেৱতাৰ ॥
দশ বাৰ দশ স্থান হৃদয়ত প্ৰাণ ।
অপান গুহ্যত বহে নাভিত সমান ॥ ৩৫৩
কণ্ঠতে উদান বহে শৰীৰতে ব্যান ।
দশ বায়ু বহিবাৰ দেখাই লোহো স্থান ॥
মুখে বহে নাগ দেব দৈত্য বক্ষস্থল ।
পেটত কৃকৰ জানা বায়ু কৌতুহল ॥ ৩৫৪
তালুত বহয় ধনঞ্জয় সৰ্ব্ব ক্ষণে ।
কুৰ্ম্ম নামে বায়ু সদা বহন্ত নয়নে ॥
এহি দশ বায়ু আছে যাৰ দশ থান ।
প্ৰান অপান ব্যান সম নৈৰতান ॥ ৩৫৫

নাগ কুৰ্ম্ম কৃকৰ বায়ুতে অনুপম।
দেৱ দত্ত বায়ু ধনঞ্জয় দশ নাম॥
ই মত প্ৰকাৰে দেহ ভৈলা মনুষ্যৰ।
মনে গুণি বাহা কেহ নহে বামুনৰ॥ ৩৫৬
দেহা লৈয়া গৰ্ব্ব কৰে নিৰ্ব্বোধে গাবৰ।
অহঙ্কাৰ নকৰিও সকলি অসাৰ॥
শৰীৰৰ তেজ মাংস ভস্ম হুইয়া যায়।
যেন তাতকিয়া কুৰে তাতক লগায়॥ ৩৫৭
যেহেন মনুষ্য লৰে এৰি যায় ঘৰ।
মনুষ্যৰ জীৱ সেই মত পটন্তৰ॥
একে যে বৃক্ষত নানা পক্ষি লৱে ঠাই।
প্ৰভাত সময় ভৈলে দশো দিশে যাই॥ ৩৫৮
মনুষ্যৰ দেহা যেন ইমত চৰাই।
অনেক দেৱতা অছে ভৈতে লয় যাই॥
মৃত্যু সময়ত সবে সঙ্গা এৰি যাই।
মৰণ কাৰণ হন্তে জীৱে দুখ পাই॥ ৩৫৯
যাবত মনক কৈস্থ পুৰুষে নকৰে।
তাতে নিমজ্জিয়া ভক্তি সি জনত পৰে॥
হৰি পদ গুৰু সেৱা খাণ্ডা ডাঠি ধৰ।
মন বৈৰি কাটি সুখে ভৱ নদি তৰ॥ ৩৬০
আছে মন সমস্ত জ্ঞানিৰ হৃদয়ত।
ঈশ্বৰ প্ৰকৃতি বিশ্ব লাগিছে মনত॥
তাক বোলে জীৱ মন দুইৰ এক কাই।
এক পিণ্ড ভৈলে যেন নেত্ৰ অগ্নি দুই॥ ৩৬১
আত্মাৰ সঙ্গত যেন ভৈলা অচেতন।
দেহত আছয় জানা চৌদ্দয় ভুবন॥

যতেক ইন্দ্রিয় গণ মনৰ অধিন।
মন বেগে আজ্ঞা পালি ফুৰে ৰাত্রি দিন ॥ ৩৬২
এক মন পঞ্চম ইন্দ্রিয় লয় সঙ্গ।
যেন নাতিনীৰ বিয়া কৰি সবে ৰঙ্গ ॥
মনে পাপ পুণ্য স্বৰ্গ মনেসে নৰক।
মনেসে কৰিছে ভেদ আপন পৰক ॥ ৩৬৩
হৃদয়ত থাকি কৰে ভাল মন্দ কাম।
মন বুদ্ধি অহঙ্কাৰ চিন্তা তাৰ নাম ॥
সবাতে অধিক ভৈলা এহি চাৰি জন।
শুনিয়োক যেন মত কহিয়ো বচন ॥ ৩৬৪
সংকল্প বিকল্প কথা কৰে আলোচন।
বুদ্ধি নাম তাক বোলে জানিবা লক্ষণ ॥
নানা সদ কৰ্ম্মক কৰন্ত নিত নিত।
জানিবা সমস্ত নৰ তাৰ নাম চিত্ত ॥ ৩৬৫
সমস্ত কৰ্ম্মক মই কৰো হেন মানে।
অহঙ্কাৰ বোলে তাক জান সৰ্ব্বজনে ॥
নানা কৰ্ম্ম কৰিবাক কৰে আলোচন।
এক কৰ্ম্ম-স্থিৰ নোহে তাক বোলে মন ॥ ৩৬৬
নানা বেদ ধৰ্ম্ম সবে বেদৰ প্ৰবন্ধ।
তাতে বন্দী হই জীৱ এড়াই কৰ্ম্ম বন্ধ ॥
মনে যৈকে যাই জীৱ বোলে মযো যাও।
মনে দুখ পাইলে জীৱ বোলে মই পাওঁ ॥ ৩৬৭
মনে যিবা কৰে জীৱ বোলে মই কৰো।
মনৰ মৰণে জীৱে বোলে মই মৰো ॥
যেন সূৰ্য্য বিম্ব লয় জলৰ লগত।
জল স্থিৰ ভৈলে বিম্ব থাকে পূৰ্ব্বৱত ॥ ৩৬৮

মনৰ কৰ্ম্মক জীব মই বুলি মানে।
কৰ্ম্ম পাশে বন্দী হয় এহেন কাৰণে ॥
মনে পাপ কৰে যাই লাগয় জীৱত।
এতেকতে জীৱে দুখ ভুঞ্জে সংসাৰত ॥ ৩৬৯
মনত নকৰা যদি জীৱৰ কথাক।
যিমন্তে চিন্তক গুৰু লাগে কৰিবাক ॥
আপোনাক নাজানিলো মই কোন জন।
এতেকে জানিবা জীৱ ভৈল পুণ্যৱাণ ॥ ৩৭০
চিত্তে বলে জীৱ সদা মুখে বল হৰি।
সেই জীৱে আত্মা চিনে গুৰু ভাৰ ধৰি ॥
নিয়ম কৰিয়া পাই ভকতিৰ গুৰি।
মেধি নাম ধৰি শিষ্য ভজাৱন্ত ফুৰি ॥ ৩৭১
যেন শুনি জীৱে পাছে মনে আলোচিয়া।
লোকক ভজাব মই কোন নাম দিয়া ॥
ইতি কি নামৰ তত্ত্ব গাওঁ কেনে কৰি।
কোন নাম আগ পাছ কোন নাম গুৰি ॥ ৩৭২
চিত্তে বোলে শুনা জীৱ নকৰিবাঁ ডৰ।
পাতালক ভেদী আছে তিনি নাম লৰ ॥
কৃষ্ণ নাম নিজ গুৰু হৰি নাম মেলা।
ৰাম ব্ৰহ্মা বিষ্ণু কৃষ্ণ গোবিন্দ দেহা ভৈলা ॥ ৩৭৩
জীৱৰ সংশয় পাছে চিত্তে দিলে ছেদি।
এহি তিন নাম আছে ব্ৰহ্মাণ্ডক ভেদী ॥
চিত্তে বাসুদেৱ গুৰু হৰি নাম নিজ।
ব্ৰহ্মা বিষ্ণু দুই ভাই তাতে মূল বীজ ॥ ৩৭৪
বন্দ গুৰু বন্দ মালা মালা জপ হাতে।
কৰে মালা জপি চিত্ত শুদ্ধ কৰা তাতে ॥

চিত্তে গুৰু জীৱৰ নাম নামৰ গুৰু হৰি।
লগুৰু কথাৰ তত্ত্ব দেহাত বিচাৰি ॥ ৩৭৫
কণ্ঠ মূলে পদ্ম আছে তাৰ অষ্ট পাহি।
জীৱ আত্মা পুৰুষ ঈশ্বৰ আছে ৰহি ॥
ৰাম নামে পৰমাত্মা জানিবা নিশ্চয়।
কৃষ্ণ নামে জীৱ আত্মা প্ৰকাশ আছয় ॥ ৩৭৬
ৰাম নাম গুণে হৰি কৰি শয়ন।
হৰি নামে চক্ৰ কৃষ্ণ নামে আভৰণ ॥
ৰাম নাম তাৰ ভৈলা গুৰু ভৈলা তাৰি।
হৰি নামে দিলা চুৰী কৃতান্ত মুৰাৰি ॥ ৩৭৭
জীৱ আত্মা পৰমাত্মা দুজনা ঈশ্বৰ।
দুজনাৰ মাজে বৰ ভৈলা অহঙ্কাৰ ॥
এতেকে জীৱক জানা মায়ায়ে বেৰিছে।
তাৰ কৰ্ম্ম পাশে বন্দী হৈয়া সব আছে ॥ ৩৭৮
বিকশিত জ্ঞানী হন্তে বহু অহঙ্কাৰ।
অহঙ্কাৰ হন্তে জীৱে নেৰয় সংসাৰ ॥
তেবে জানি জীৱৰ মায়াৰ গুছে ভ্ৰম।
নিৰ্ম্মল শৰীৰ জীৱে মই বোলো ব্ৰহ্ম ॥ ৩৭৯
কায় শুদ্ধ হুইয়া যিটো মায়াক এড়াই।
এতেকে পুৰুষ ভকতিৰ ভাগ পাই ॥
কহিলো ৰহস্য কথা বেদ তত্ত্ব সাৰ।
গুপুত পৰম গুপ্ত ইসব বিচাৰ ॥ ৩৮০
অষ্ট দল পদ্মৰ আচন্ত অষ্ট পাসি।
যি পাসত যেন কথা শুনিয়ো প্ৰকাশি ॥
পূৰৱ পাসিত জীৱ থাকিলন্ত গই।
পুণ্য কৰিবাক লা গিতাৰ মন যাই ॥ ৮১

অগ্নিৰ পাসিত জীৱ থাকিলে সহজে।
ৰাগ লগ লয় তাৰ ক্রোধক ওপজে ॥
দক্ষিণ পাহিত জীৱ যায় পৰ স্থান।
আশ্রম ক্ষেত্রক লাগি তাৰ যাই মন ॥ ৩৮২
নৈঋত পাহিত যেন জীৱ যে থাকিলে।
পাপ কৰিবাক লাগি তাৰ মন চলে ॥
পশ্চিম পহিত জীৱ ভৈলা যেবে স্থিতি।
তীৰ্থ দেখি ফুৰিতে তাহাৰ যায় মতি ॥ ৩৮৩
বায়ব্যৰ পাহিত জীৱ স্থান লয় যেবে।
কাম ভোগ কৰিবাক মন যায় তেবে ॥
উত্তৰ পাহিত জীৱ হয়ে উতপন।
ভক্তি কৰিবাক লাগি তাৰ যাই মন ॥ ৩৮৪
এতেকে ভক্তৰ পথ উত্তৰৰ কুলে।
কেৱল ভকত যায় হয়ে সিটো জনে ॥
ঈশান পাহিত জীৱ থাকিলন্ত পৰা।
তেবে সিতো দুখ পালে কৰে ব্যাধি পীড়া ॥ ৩৮৫
ইমত পন্থত জীৱ ভ্ৰমিয়া থাকয়।
কহিলো জীৱৰ যেনে সুখ দুখ চয় ॥
সিয়া শৰীৰতে আছে অনেক বিচাৰ।
তত্বক বিচাৰি পাই তৰয় সংসাৰ ॥৫০৯॥ ৩৮৬
নমো নমো নাৰায়ণ অনাথক মোক।
শৰণে পশিলো প্ৰভু ক্ষমা কৰিয়োক ॥
তোমাৰ দাসৰ দাস মই ভৈলো দাস।
মই অনাৰ্থক প্ৰভু নকৰা নৈৰাশ ॥ ৩৮৭
কৰ্ম্ম ফল মত যৈতে তৈতে জন্ম হোক।
তুয়া গুণ নাম মন্ত্ৰ আমাক নেৰোক ॥

নমো নমঃ কৃষ্ণ তযু অভয় চৰণে।
কায়বাক্যে মনে হেৰা পশিলো শৰণে ॥ ৩৮৮
শৰণাগতক নেৰিবাহা কৃপাময় ॥
তযু পাৱে মন যেন সদায় থাকয় ॥
তুমি প্ৰিয়তম নিজ আত্মা মোৰ প্ৰাণ।
সুহৃদ বান্ধৱ তুমি বিণে নাহি আন ॥ ৩৮৯
মই সি পামৰ অজ্ঞ নাজানো তোমাক।
এহি হেতু মায়া পাপে বান্ধিলে আমাক ॥
নাহি সীমা বন্দী হৈয়া ফুৰো কত কাল।
এবে অনাথক কৃপা কৰিবাক ভাল ॥ ৩৯০
মোৰ দোষ গুণ নিবিচাৰি নাৰায়ণ।
নিজ কৃপা গুণে মোত হয়োক প্ৰসন্ন ॥
লেশ মাত্ৰ কৰা প্ৰভু কৰুণা ইবাৰ।
তবে মনোৰথ পূৰ্ণ হোৱয় আমাৰ ॥ ৩৯১
মোৰ ইন্দ্ৰিয়ৰ বৃত্তি তোমাত ৰহোক।
এহি মান অনুগ্ৰহ কৰিওক মোক ॥
পৰি আছো ইতো ঘোৰ সংসাৰ সাগৰে।
কৃপা কৰা মোক প্ৰভু তুমা গুণ নামে ॥ ৩৯২
অতি নিমাসিত মই ওহে কৃপাময়।
হৰি পদ ভক্তি মোক দিয়োক আশ্ৰয় ॥
আছোহো শৰণ লৈয়া কায়বাক্য মনে।
কৃপাময় প্ৰভু কৰা দয়া নিজ গুণে ॥ ৩৯৩
দন্তে তৃণ ধৰি প্ৰভু কাতৰক কৰো।
হেনয় পাতকি মই সংসাৰতে ভৰো ॥
কৰযোৰে কৰি বোলো শুনা সৰ্ব্বলোক।
অল্পমতি দেখি নিন্দা নকৰিবা মোক ॥ ৩৯৪

মোৰ পদ বুলি নধৰিবা গুণ দোষ।
কৃষ্ণৰ কথাক শুনি হয়োক সন্তোষ ॥
কহে গোবিন্দৰ দাস এৰা আনকাম।
পাতেক চাৰোক ডাকি বোলা ৰাম ৰাম ॥ ৩৯৫

## ছুলৰি।

নমো হৰি হৰি, বন্দো কৃতাঞ্জলি,
ভক্তিৰ পবিত্র কৰে।
হবে মুক্ত মূল, পাতেকে নিৰ্ম্মল,
সহায় সংসাৰ তৰে ॥ ৩৯৬
ৰচিল অপাৰ, ভাগৱত পাৰ,
দেহাৰ বিচাৰ কথা।
আক এক মনে, শুনে যিটো জনে,
জনম নহয় বৃথা ॥ ৩৯৭
ইহেন শাস্ত্রক, নুশুনে যি জনে,
বিচাৰি নলয় তত্ত্ব।
তাৰ সম পাপী, নাহিকে পাতকী,
পৰিলন্ত নৰকত ॥ ৩৯৮
শুনা কথা সাৰ, গৰ্ভৰ ভিতৰ,
যিতো স্থানে আছে হৰি।
যি থানত পৰা, যিতো ব্যক্ত হন্ত,
কহিবোঁ প্ৰচাৰ কৰি ॥ ৩৯৯
গুহ্যৰ উপৰে, অণ্ডকোষ তলে,
ৰঙ্গ যে জীৱৰ স্থান।

দেখি সুশোভন, অতি বিতোপন,
পৰম গৌৰ ৰৰণ ॥ ৪০০
ছয় অঙ্গুলিৰ, তাহাৰ উপৰে,
আছে অষ্ট ভুজ হৰি।
তাঁহাৰ চৰণে, নাম চিন্তে ব্রহ্মা,
পাৰিষদ ৰূপ ধৰি ॥ ৪০১
তাহাৰ উপৰে, কতেক জীৱৰ,
থানযে নাভিৰ তলে।
জ্বলে শ্বেত বর্ণ, তাহাৰ উপৰে,
জানিবা হৃদি কমলে ॥ ৪০২
চতুর্ভুজ হৰি, প্রকাশ কৰন্ত,
চৰণে শোভন কৰে।
ভ্রমৰ নয়নে, চিন্তে যিতো জনে,
নির্গুণ স্বৰূপ ধৰে ॥ ৪০৩
তাৰ ওপৰত, কণ্ঠৰ উদ্ধত,
চিদঙ্গা জীৱৰ স্থান।
দেখি শুক্ল বর্ণ, তালু তলে স্থান,
আছে আতি বিতোপন ॥ ৪০৪
সুষুম্না নাড়ীৰ, ওপৰে আছন্ত,
হেম ময় সিংহাসন।
তাত আছে বায়ু, চতুর্ভুজ হৰি,
কৰি আতি সুপ্রসন ॥ ৪০৫
জ্ঞান সৃষ্টি ৰূপে, ৰস পান কৰে,
জীৱৰ পলকে লয়।
তাহান চৰণ, সেৱক শৰণ,
ভকতি মাত্র হোৱয় ॥ ৪০৬

যেন মতে আদি পুৰুষতে ৰহে,
তিনি জীৱ প্ৰকাশয় ।
ৰঙ্খা জীৱৰ কলঙ্ক হৃতাৰি,
চিদঙ্গা ভকত হয় ॥ ৪০৭
ইতো তিনি জীৱ, আনে যি স্থানৰ,
শুনিয়ো তাৰ নিশ্চয় ।
বঙ্খা জীৱ আনে, অনন্তৰ হন্তে,
আদি পুৰুষত ৰয় ॥ ৪০৮
কলঙ্ক জীৱক ব্ৰহ্মায়ে আনন্ত,
কহিলো নিশ্চয় তাৰ ।
চিদঙ্গা জীৱৰ, জানিবা শোধন,
আছে মহা পুৰুষৰ ॥ ৪০৯
নাড়ী বেই তলে, থাকে ইতো জীৱ,
নিত্যানন্দে লীন ৰয় ।
পিঙ্গলা নাড়ীৰ, যিতো জীৱ থাকে,
কলঙ্কা তাহাক কয় ॥ ৪১০
নাসিকাৰ দ্বাৰে, বঙ্খা কলঙ্কাৰ,
জীৱৰ প্ৰকাশ কৰে ।
ইতো দুই জীৱে, মুখ্য পথ লৱে,
প্ৰাণায়াম জপি নৰে ॥ ৪১১
তালু মুখ মধ্যে, চিদঙ্গা জীৱতি,
কৰে আতি প্ৰকাশয়ে ।
বঙ্খা জীৱ হন্তে, দশ ইন্দ্ৰ জাত,
এতেকে নৰক ভুঞ্জে ॥ ৪১২
কলঙ্কাত হন্তে, শয়ন ত্ৰিকাৰ,
এতেকে সংসাৰি হৰে ।

চিদঙ্গাৰ হন্তে, চৌদ্দ আখি জাত,
ধৰ্ম্ম অধৰ্ম্মক চাৰে ॥ ৪১৩
বঙ্খা জীৱ বায়, অনন্তৰ থাই,
কলঙ্ক ব্ৰহ্মাৰ স্থানে ।
চিদঙ্গা বহন্ত, পুণ্যৰ থানক,
কহিলোহো সাৱধানে ॥ ৪১৪
শুনা সৰ্ব্বজন, কৰি এক মন,
শ্ৰবন কীৰ্ত্তন কৰা ।
ৰাম কৃষ্ণ হৰি, নাম সদা স্মৰি,
সংসাৰ সাগৰ তৰা ॥ ৪১৫

## পদ ।

আৰ শুনা সংসাৰৰ ব্ৰহ্মা হয় আয় ।
সংসাৰ ব্ৰহ্মা জানা প্ৰকৃতি আশ্ৰয় ॥
যাক বোলা সংসাৰৰ ব্ৰহ্মা ৰুদ্ৰচয় ।
সংসাৰৰ ব্ৰহ্মা জানা দেহক বোলয় ॥ ৪১৬
সত্ব ৰজ তম প্ৰকৃতিৰ তিনি গুণ ।
সংসাৰ ব্ৰহ্মাৰ জানা সিপা তিনি জন ॥
তক চক্ষু বন্ধ ঘন থিন পাঞ্চতৰ ।
এহিসে ঈশ্বৰ হয় সংসাৰ ব্ৰহ্মাৰ ॥ ৪১৭
মন বুদ্ধি অহঙ্কাৰ এহি তিনি গুণে ।
সংসাৰ ব্ৰহ্মাৰ মূল থান তিনি জনে ॥
পৃথিবী আকাশে আসে তেজ বাহুবল ।
এহি চাৰি সংসাৰ ব্ৰহ্মাৰ থান মূল ॥ ৪১৮
পান অপান ব্যান সমান উদান ।
নাগ কুৰ্ম্ম কৃকৰ সহিতে আঠ জন ॥

দেবদত্ত ধনঞ্জয় এহি বায়ু দশ।
সংসাৰ ব্ৰহ্মাৰ পাৱ ভৈলন্ত নিশেষ ॥ ৪১৯
ভয় ঊৰ্ম্মি ক্ষুধা তৃষ্ণা মোহ জৰা মৃত্যু।
এহি ছয় সংসাৰ ব্ৰহ্মাৰ ৰস ধাতু ॥
তাঙ্ক অপহত মণি তত্ব বলি চৰ্ম্ম।
এই ছয় সংসাৰ ব্ৰহ্মাৰ ধাতু চৰ্ম্ম ॥৪২০
অজ্ঞানে অলক্ষ ব্ৰহ্মা জ্ঞানে সাৰ ভৈল।
বিষয় ভৈলন্ত ভুল দেখি জাতি কুল ॥
সুখ দুখ দুই ফল জানিবা বিশেষ।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ চাৰি ফল ৰস ॥ ৪২১
চক্ষু মুখ নাক কান গুহ্য লিঙ্গ আৰ।
নৱতা সুৰঙ্গ ইতো সংসাৰ বৃক্ষৰ ॥
জীৱ আত্মা পৰমাত্মা জানা পক্ষি দুই।
সংসাৰ বৃক্ষত পৰি মনে থাকে শুই ॥ ৪২২
শুনিলা সংসাৰ ব্ৰহ্মা যেন তত্ব সাৰ।
শৰীৰতে লোৱা এহি কথাৰ বিচাৰ ॥
পিঠিত পৃথিবী ভৈলা মধ্যে ভৈলা মেৰু।
দেহে আছে জীৱ জন্তু তৃণ লতা তৰু ॥ ৪২৩
মনে গুণি চোৱা ভাবে শত্ৰু আছে কৈত।
বিচাৰিলে শত্ৰু মিত্ৰ পাৱে আপোনাত ॥
যিবা হয় শত্ৰু মিত্ৰ তাৰ কথা শুনা।
দেহ মধ্যে শত্ৰু মিত্ৰ চৌদ্ধ ইন্দ্ৰ গণ ॥ ৪২৪
ল চক্ষু মন মুখ নাসিকা শ্ৰবন।
এহি ছয় গোটা শত্ৰু পৰম দুৰ্জন ॥
ইহাৰ সমান শত্ৰু মিত্ৰ কোন নাই।
কাহিলোহো শত্ৰু মিত্ৰ দেহাত দেখাই ॥ ৪২৫

নজানে অজ্ঞানে কথা মুবুজয় তত্ব।
সি জনে দেখয় শত্রু মিত্র যে পৰত ॥
পৰত নাহিকে শত্রু মিত্র নেদেখিবা।
আপোনাত বিচাৰিয়া শত্রু মিত্র লইবা ॥ ৪২৬
আপুনি আপোন শত্রু কহিলো নির্ণয়।
আপুনি আপোন মিত্র জানিবা নিশ্চয় ॥ ৪২৭
আপোনাক আপুনি জানিবা ৰাখে মাৰে।
নভজি হৰিক আপোনাক নষ্ট কৰে ॥
হৰিক ভজিয়া নৰে আপোনাক তৰে।
আপুনি ব্যাপিয়া আছে সকল সংসাৰে ॥ ৪২৮
ব্রহ্মাণ্ডত আছে মানে আছে শৰীৰত।
আপোনাক চিনিয়া কথাৰ লোৱা তত্ব ॥
আপোনাক চিনিলে ভক্তিৰ পাই গুৰি।
জানিবা সিজনে তেবে সুখে যাই তৰি ॥ ৪২৯
সকল বিচাৰ কথা দেহত আছয়।
যেন পৃথিবীৰ সেহি জানিবা নিশ্চয় ॥
পৃথিবীত কৰন্ত অনেক উপদ্রব।
সেই মতে শৰীৰত সবে দুঃখ পাব ॥ ৪৩০
পৃথিবীৰ মতে তাৰ জীব যেন ধৰে।
সান্ত জন সাধু সিতো সংসাৰক তৰে ॥
ছয় চক্র নামে পদ্ম আছে সংসাৰত।
পদ্মৰ মূলত ভজি উপাসি আছন্ত ॥ ৪৩১
বাতুল আকাৰ পদ্ম দেখি বিতোপন।
ছয় আলি ভৈলা তাতে ছয় শক্তি জন ॥
আধুতি বৈধুতি জীউ আৰ পদৰ লুই।
কৃষ্ণ মাধৱৰ জ্ঞানে ইৰন হোৱই ॥ ৪৩২

তিনি গুণ ভাঙ্গি হৈবা গুৰু দৰশন।
এহি ছয় গোটা পাখি গুৰুৰ লক্ষণ ॥
আধুতি পাখিত থাকি লক্ষীয়ে সেৱন্ত।
বৈধুতি পাখিত থাকি আত্মা প্ৰকাশন্ত ॥ ৪৩৩
উপদ্ৰ পাখিত সেৱা কৰন্ত ৰাধায়।
সাধু যে পাখিত সেৱা অনন্ত কৰয় ॥
শ্ৰীপুৰুষোত্তমে জ্ঞান পাখিত সেৱন্ত।
ইতো লক্ষণৰ ভেদ ভক্তেসে পাৱন্ত ॥ ৪৩৪
ছয় মন বিভূতি ঈশ্বৰ ব্ৰহ্মে লয়।
বিষ্ণু মাংস ব্ৰহ্মা হাৰ তেজ মহাদেৱ ॥
পাঁচ থান বৈকুণ্ঠ যে আছে হৃদয়ত।
সেহি থানে পাঁচ জন ঈশ্বৰ আছন্ত ॥ ৪৩৫
নব জন ভক্ত পাচ বিধ ৰসমতি।
পঞ্চ বিধ ৰতি আতি পঞ্চ বিধ প্ৰীতি ॥
ইয়াক জানিলে হোৱে কেবল ভকতি।
সংসাৰ তৰিবে লোক পাইবে মুকুতি ॥ ৪৩৬
সত্য যে লোকক সত্য বৈকুণ্ঠ বোলন্ত।
নিজ ধৰ্ম্মক নিজে বৈকুণ্ঠ ভাৱন্ত ॥
পুষ্প বিলাহক শ্ৰবন নাম তাৰ।
অন্তৰিস বৈকুণ্ঠে মানুষ বোলে আৰ ॥ ৪৩৭
অপৰ বৈকুণ্ঠে বোলে ৰস মোহ স্থান।
সত্য লোকে বিষ্ণু স্থান নামে নাৰায়ণ ॥
নিজ যে ধৰ্ম্মত কৃষ্ণ আছন্ত সাক্ষাত।
জানিবা তাহাকে বোলে বৈকুণ্ঠৰ নাথ ॥ ৪৩৮
পুষ্প বিলাসত পূৰ্ণ ৰূপে আছে হৰি।
তাহান অলেখ নাম জানা নিষ্ঠ কৰি ॥

অম্বৰিস বৈকুণ্ঠতে কেৱল আছন্ত।
জানিবা তাহাক বোলে নিত্যানন্দ সন্ত ॥৪৩৯
অম্বক বৈকুণ্ঠে আছে আপনি ঈশ্বৰ।
তাহান যে নাম জানা বোলে সন্তেশ্বৰ ॥
অচিন্ত মহিমা হৰি দেব নাৰায়ণ।
কোন থানে বুজা তাক কেমন লক্ষণ ॥ ৪৪০
প্ৰথম পুষ্পৰ নাম হংস নিবাৰণ।
দ্বিতীয় পুষ্পৰ মাম ইন্দ্ৰ উত্তমন ॥
তৃতীয় পুষ্পৰ নাম প্ৰণালি দয়াময়।
ক্ষমা নামে চাৰি পুষ্প জানিবা নিশ্চয় ॥৪৪১
জ্ঞান যে পঞ্চম পুষ্প মহা তপ চয়।
ধ্যান সপ্ত পুষ্প হয় জানিবা নিশ্চয় ॥
মহা সত্য অষ্ট পুষ্প কৰন্ত তৃপিতি।
আন এক পুষ্প নাই কৰা তানে প্ৰীতি ॥৪৪২
সত্যযুগে হৰিক জানিবা শুক্ল বৰ্ণ।
ত্ৰেতাযুগে ৰক্তবৰ্ণ জানা নাৰায়ণ ॥
দ্বাপৰত পীত বৰ্ণ হৰিদ্ৰা আশ্ৰয়।
কলিযুগে কৃষ্ণ বৰ্ণ জানিবা নিশ্চয় ॥ ৪৪৩
হনু অশ্ব খগে ভৈলা বিৰ্য্যতে ভকতি।
ভৈলা শুক নাৰদৰ কৃষ্ণত ভকতি ॥
ভদ্ৰা চন্দ্ৰা গোপী ভৈলা ভকুত পুনৰ।
ৰাধা যে অঙ্গিৰা ভক্ত দুই কেশৱৰ ॥৪৪৪
এহি পঞ্চ থানে আছে পঞ্চ জন হৰি।
সবে শৰীৰতে আছ লয়োক বিচাৰি ॥
হৃদয়ত আছন্ত বৈকুণ্ঠ সাত থান।
শান্তনু বৈকুণ্ঠ নামে আছে মহাস্থা ন ॥ ৪৪৫

তাহাৰ উপৰে কৰে প্ৰসিদ্ধ প্ৰকাশ।
তাহাৰ উপৰে কৰে শ্বেতজ নিবাস॥
তাহাৰ উপৰে আছে তৃপিনী বৈকুণ্ঠ।
কতেক পুষ্প আছে তাহাৰ উপৰত॥৪৪৬
তাৰ উপৰত আছে কনক ৰসিক।
তাহাৰ উপৰে আছে প্ৰকাশ পুষ্পক॥
সেহিসে পুণ্যৰ স্থান পূৰ্ণ সেহি স্থানে।
কোন কোন ভক্ত যাই থাকে সেহি থানে॥৪৪৭
আৰ বাৰ কাৰ্য্য তত্ত্ব বুজিবা দেহাত।
শুকে কহিলন্ত পৰীক্ষিতৰ আগত॥
প্ৰথম কল্পে পৰমাত্মা জানিবা নিশ্চয়।
দ্বিতীয় কল্পে দশো দিশ কহিলো নিৰ্ণয়॥ ৪৪৮
তৃতীয় কল্পে তিনি গুণ আছে শৰীৰত।
চতুৰ্থ কল্পে ছয় উৰ্ম্মি কহিলো দেহাত॥
পঞ্চম কল্পে প্ৰাণ মন কৰে মনুষ্যৰ।
ষষ্ঠ কল্পে জানিবাহা ষোড়শ বিকাৰ॥৪৪৯
সপ্ত কল্পে ভৈলা এড়ে সাত আভৰণ।
অষ্ট কল্পে ভৈলন্ত আকাশি দেবগণ॥
আৰ ভৈলা অষ্ট দল পদ্ম সুদৰ্শণ।
নবম কল্পে ভৈলন্ত দুৰণ বাসন॥৪৫০
আৰ সিটো ভৈল নৱ গোটা ইন্দ্ৰিগণ।
দশম কল্পে ভৈলন্ত ইন্দ্ৰিয় দশন॥
একাদশ কল্পে চৌদ্ধ সখি অৰতৰি
দ্বাদশ কল্পে ভৈলা গুঢ় ভকতি প্ৰচাৰি॥ ৪৫১
এহি দৃঢ় ভকতিক যি জনে জানয়।
পৰীক্ষিত সম তিনি সিজ নে পাৱয়॥

ইতো কব কন্ধক সুবুজা আত্ম তত্ব।
সমস্ত বিচাৰ কথা আছে আপোনাত ॥৪৫২
শৰীৰতে বিচাৰিলে বিচাৰিবে নাই।
আপনাক জানিলে কেবল ভক্তি পাই ॥
ভাগ তাগ কৰি তত্ব বিটো জনে লবে।
কেবল ভকত জানা সি জনেসে হবে ॥৪৫৩
আৰ যেন মতে জানা দেহা শুদ্ধ হয়।
দেহা শুদ্ধ ভৈলেহে অল্পতে গতি পায় ॥
জল মাটি লই বাহিৰক শুদ্ধ কৰে।
ৰাগ নাথাকিলে শুদ্ধ হয় অভ্যন্তৰে ॥ ৪৫৪
দণ্ডৱতে জানিবাহা দেহাৰ শৰণ।
ইন্দ্ৰিয়ৰ শৰণ জানা শ্ৰবন কীৰ্ত্তন ॥
নিয়ম সংযম জানা নামৰ শৰণ।
ভক্তৰ জানিলে তত্ব জীৱৰ শৰণ ৪৫৫
জীৱৰ শৰণ ভৈলা দেহাৰ ভজন।
শৰণ ভজন কথা মহা গুহ্য গুণ
ইমত প্ৰকাৰে যাৰ মৰণ ঘটয়।
তাৰ দেহা শুদ্ধ অতি দৃঢ় ভক্তি পায় ॥৪৫৬
যেন যেন তত্ব ছয় আছে শৰীৰত।
অবশেষ কৰি কোনে পাৱে তাৰ অন্ত ॥
যাৰ যেন ৰূপ গুণ আছে স্থানে স্থানে।
ইয়াৰেসে তত্ব অতি শস্ত সবে জানে ॥৪৫৭
কহিলো দেহাৰ কথা পৰম বিচাৰ।
জ্ঞান ভক্তি বিনে কেহ নতৰে সংসাৰ ॥
ভকতিসে কৰে আনি ঈশ্বৰক বশ্য।
কহিলো দেহাৰ তত্ব শাস্ত্ৰৰ ৰহস্য ॥ ৪৫৮

গুপ্তমণিকে জানা গুপ্তাৱলি কয় ।
চাৰিও ব্ৰহ্মৰ কথা শুনিও নিৰ্ণয় ॥
শুদ্ধ ব্ৰহ্ম অভয় ব্ৰহ্ম শাস্ত্ৰে বোলে কাক ।
পৰম ব্ৰহ্ম সৰ্ব্ব ব্ৰহ্ম শুনিয়োক তাক ॥ ৪৫৯
শুদ্ধ ব্ৰহ্ম জানিবাহা ভক্তক বোলয় ।
জানিবা অভয় ব্ৰহ্ম গুৰুক কহয় ॥
পৰম ব্ৰহ্ম জানিবাহা বোলন্ত কৃষ্ণক ।
সৰ্ব্ব ব্ৰহ্ম ভাগৱত জানা সৰ্ব্ব লোক ॥ ৪৬০
যাৰ যেন পঞ্চ বিধ শুনা মুকুতিক ।
কোন ভক্তি পাই নৰে কেনেবা গতিক ॥
বৈকুণ্ঠত থাকিলে সান্নক মুক্তি বোলে ।
সমিপ মুকুতি বোলে সমিপে ৰহিলে ॥ ৪৬১
সমোস শাক্তিকে মুকুতি বোলয় ।
সামান্য যে ৰূপ সাৰূপ্য বুলি কয় ॥
ঈশ্বৰত লীণ গৈলে পাঞ্চ যে বোলয় ॥
শ্ৰৱণ কীৰ্ত্তন জানা সবাৰো আশ্ৰয় ॥ ৪৬২
প্ৰতিমা কাষ্ঠায়ে লোকে মনে মুক্তি পায় ।
ভাগৱত কাষ্ঠায় সাত্ৰিক মুক্তি পায় ॥
কপট কাষ্ঠায়ে সালোক্য মুক্তি পায় ।
নাম কাষ্ঠায়ে আৰে সমিপ মুক্তি পায় ॥ ৪৬৩
ধ্যানত কাষ্ঠায়ে পাই সজ্ঞাই মুক্তিক ।
পাঞ্চ বিধ মুক্তিৰ কহিলো কথাক ॥
এবে শুনা ভাগৱত ব্ৰহ্ম তত্ত্ব সাৰ ।
আছে ঋগ্ জজু সাম অথৰ্ব্ব নাম তাৰ ॥ ৪৬৪
এহি চাৰি বেদ ভাগৱত ব্ৰহ্ম সাৰ ।
ভ [illegible] ॥

তিনি পঞ্চ চল্লিশ অধ্যায়ৰ থান।
কাৰ কন্ধে মূল ধাৰা খালি ফল নাম ॥৪৬৫
নামে ফল ভক্তি ৰস থাপিতে ব্ৰহ্মাত।
যাৰ কন্ধ আঠাৰ আধ্যাৰ মূল জাত ॥
ভাগৱত ব্ৰহ্মাৰ কহিলো কথা যত।
ভকতি ব্ৰহ্মাৰ কথা শুনা যেন মত ॥৪৬৬
শৰণে অক্ৰুৰ জানা ভকতি ব্ৰহ্মৰ।
নৱ বিধ ভক্তি শিকা চৰণে তাহাৰ ॥
হৰি ভক্তি ফল ভক্তি জানিবা নিশেষ।
শ্ৰবন কীৰ্ত্তণ দুই ভাগ ফল শেষ ॥৪৬৭
ভকতি ব্ৰহ্মাৰ কথা কহিলো নিৰ্ণয়।
যেন মতে ভক্তি পাৱে কহিলো বৰ্ণায় ॥
কৃষ্ণ নামে সবাতে ভকতি পাৱয়।
বহুবিধ মাধৱৰ ভকতি আছয় ॥৪৬৮
তাহাতে প্ৰধান নৱবিধ অতিশয়।
ভক্তিৰ লগত আসি হৰি বশ্য হয় ॥
নৱবিধ ভক্তিৰ আচাৰ্য্য ভৈলা তান।
কহিলো তাহাৰ কথা শুনা সাৱধান ॥ ৪৬৯
শ্ৰৱণে পৰীক্ষিত জানা কীৰ্ত্তণে নাৰদ।
পদ সেৱনত পাত্ৰ চৰণে প্ৰহ্লাদ ॥
অৰ্জ্জুণত অম্বৰিশ অক্ৰুৰ নন্দন।
উদ্ধৱ ভক্তিত জানা শক্তিত অৰ্জ্জুণ ॥৪৭০
আত্মা সমৰ্পণে বলি এহি নয় জন।
নৱবিধ ভক্তিৰ কহিলো লক্ষণ ॥
ঈশ্বৰ পুৰুষ আছে হৃদয় কমলে।
সুখ দুখ ভুঞ্জন্ত জীবৰ কৰ্ম্ম ফলে ॥৪৭১

যেন মতে হোৱে যাৰ হৈবে কৰ্ম্মগতি।
তাক এড়াইবাৰ জানা কাহাৰ শকতি
পূৰ্ব্ব স্মৰণ যাৰ বাসনা আছয়।
মৰন্তেও স্মৰিবাক সিজনে পাৰয় ॥৪৭২
পূৰ্ব্ব সংস্কাৰ বাসনা নাহি আছে যাৰ।
লোকে সুমৰন্ত মুখে নাম নাহে তাৰ ॥
পূৰ্ব্ব সংস্কাৰ কৰ্ম্ম বাসনা সহিত।
সুখ দুখ লোকক ভুঞ্জয়ে প্ৰতি নিত ॥ ৪৭৩
গুৰুৰ চৰণে ভক্তি দৃঢ় ভৈলা যাৰ।
কৰ্ম্ম বন্ধ বাসনা যে দূৰ হয় তাৰ ॥
যেই গুৰু সেই হৰি জানা নিষ্ঠ কৰি ।
কলিত বৈষ্ণৱ ৰূপে বিষ্ণু অৱতৰি ॥ ৪৭৪
হেন জানি গুৰু পাৱে কৰা এক মতি ।
তেৱেসে সংসাৰ তৰি পাইবা সদ্গতি ॥
হেন গুৰু হেন কৃষ্ণ হেন নাম এৰে।
হেনয় ভকতে কেন বিশ্বাস নকৰে ॥ ৪৭৫
মনুষ্য শৰীৰ পাই হৰি ভক্তি নাই।
পশুত অধম সিটো অধোগতি যাই ॥
গুৰু সেৱা বিনে নাহি কাহাৰ তৰণ।
গুৰুসে দেৱৰ দেৱ ধৰা এক মন ॥ ৪৭৬
পৰম বিশ্বাস তত্ব কহিলো শাস্ত্ৰৰ।
এবে শুনা যৈত আছে সবাৰো ঈশ্বৰ ॥
সৃষ্টিৰ ওপৰে অগ্নি কুণ্ডৰ ওপৰ।
তাহাতে আছন্ত মহা পুৰুষ ঈশ্বৰ ॥৪৭৭
যি মতে আছন্ত হৰি শুনা কথা তাৰ।
যিতো ভক্ত গণে আসি ভৈলা অলঙ্কাৰ ॥

কৰ্ম্মৰ ৰবিষ শ্যাম শৰীৰ প্ৰকাশি।
আছে চতুৰ্ভূজ ৰূপে পূৰ্ণধৰ শশী ৪৭৯
আজানুলম্বিত সম বাহু চাৰি খান।
জ্বলে যেন প্ৰভাতৰ সূৰ্য্যৰ সমান॥
পীত বস্ত্ৰে শোভে যেন অধৰ নয়ন।
বহুত মুকুতা জ্বলে শৰীৰে কঙ্কণ॥৪৮০
চম্পাৰ পাকৰি যেন দেখয় আঙ্গুলি।
ৰত্নৰ আঙ্গুৰি তাতে কৰে জিলি মিলী॥
ৰত্নৰ মেখলা তাতে কটিত পাতমি।
তাৰ ওপৰত বাজে সোনাৰ কিঙ্কিনী॥৪৮১
ৰত্নৰ নেপুৰ বাজে ৰত্নৰ উজোতি।
কৌস্তুভ যে মণি গলে শ্ৰীবৎস পঙ্কতি॥
হৃদয়ত তিনি ৰেখা লক্ষ্মী যে দক্ষিণে।
দশন মুকুতা পাতি কাঞ্চনৰ গুণে॥৪৮২
মকৰ কুণ্ডল কৰ্ণে পীত বস্ত্ৰ জ্বলে।
পঞ্চ বৰ্ণ বনমালা জ্বলে অতি গলে॥
শঙ্খ চক্ৰ গদা পদ্ম চাৰি অস্ত্ৰ দেখা।
ৰাতুল চৰণ শুক্ৰ বৰ্ণ পঞ্চ ৰেখা॥৪৮৩
আগে ধ্বজ বজ্ৰ মধ্যে পঙ্কজ জ্বলন্ত।
পাছে ছয় অঙ্কুশ যে প্ৰকাশ কৰন্ত॥
অঙ্কুশে শ্ৰীবৎস ভৈলা জানিবা নিশ্চয়।
নাৰদৰ বুদ্ধি বাৰ্ত্তা কহিলো নিৰ্ণয়॥৪৮৪
জগত জননী লক্ষ্মী যাক নহে সম।
জয় হৈয়া ৰৈলা দেহে পৰম উত্তম॥
পৰম ভকত জানি যেন শ্ৰেষ্ঠতৰ।
ধ্বজ হুয়া ৰৈলা তেহু চৰণে কৃষ্ণৰ॥৪৮৫

দেখা কেন ব্ৰহ্মা তাৰ আৰ প্ৰিয় ভক্ত।
পথ হুয়া বৈলা দেহ কৃষ্ণ চৰণত ॥৪৮৬
ধ্বজ বজ্ৰ যব যে অঙ্কুশ পথ দেখা।
পঞ্চ চিহ্ন শৰীৰৰ দিলো এহি লেখা ॥৪৮৭
আবে কহো শুনা তান দেহা আভৰণ।
যেন মতে বেৰি আছে ভক্ত চৌদ্ধজন ॥৪৮৮
চাৰি বেদ ভক্ত ভৈলা জানিবা সম্প্ৰতি।
চৰণ নেপুৰ হৈয়া বৈলা মহামতি ॥৪৮৯
কল্প তৰু ব্ৰহ্মা ৰূপে কৃষ্ণৰ ভকত।
আছে হুইয়া চৰণ কমল পত্ৰ যুত ॥৪৯০
কুবেৰ বৈষ্ণৱ দেহ সাক নাহি সম।
পঞ্চ আঙ্গুলিতে দেহ উজোতি উত্তম ॥৪৯১
বাসুকি পৰম ভক্ত জানিবা কৃষ্ণৰ।
হৰে যে ভৈলন্ত দেহ চৰণ কৃষ্ণৰ ॥৪৯২
পৃথিবী পৰম ভক্ত জানা শৰীৰত।
তেজ হুয়া আছে যেন কৃষ্ণ শৰীৰত ॥
নিজ ভক্ত অনুৰাগে ৰাঙ্গা যে চৰণ।
কেবল ভক্তৰ বশে ভৈলা হৃষ্টমন ॥
জগতৰ ভক্ত গণে আছে নিৰন্তৰ।
তাৰ ৰশ্মি ভৈলা পদ্ম হস্তৰ ওপৰ ॥
জানি নিৰন্তৰে নৰে এৰি আন কাম।
পাতেক চাৰোক ডাকি বোলা ৰাম ৰাম ॥৪৯৫

---

সমাপ্তঃ।